# শিশু-নাট

বৰদলৈ






প্ৰকাশক :
শ্ৰীবিচিত্ৰনাৰায়ণ দত্ত বৰুৱা, বি-এল
লয়াৰ্ছ বুক ষ্টল
গুৱাহাটী, অসম

প্ৰথম প্ৰকাশ :
অক্টোবৰ, ১৯৬৩

মূল্য : খনে ২·৫০ ন.প.

মুদ্ৰক :
শ্ৰীকালীচৰণ পাল
নবজীৱন প্ৰেছ
৬৬ গ্ৰে ষ্ট্ৰীট, কলিকতা-৬

# শিশু-নাট



ৰচোঁতা
স্বৰ্গীয় কীৰ্ত্তিনাথ বৰদলৈ
আৰু
শ্ৰীমুক্তিনাথ বৰদলৈ

ভাগ্যৰ বলতহে অসমীয়া কিতাপৰ দ্বিতীয় তাঙৰণ ওলায়। মোৰো পৰম ভাগ্য—যে অসমীয়া সাহিত্যৰ কেবাগৰাকীও মহাৰথীৰ পৰা অনুজ্ঞা পাইছিলোঁ নাট কেখন পুনৰ প্ৰকাশ কৰিবলৈ। মোৰ শ্ৰদ্ধাস্পদ সতীৰ্থ শ্ৰীযুক্ত ত্ৰৈলোক্য গোঁসায়ে ফটাচিটা নাট কেইখন নিয়াই, নকল কৰাই, আগ-কথা লিখি প্ৰকাশনৰ বাট মুকলি কৰি দিলে। শলাগ কেনেকৈ লওঁ—তাকেই ভাবি নাপাওঁ!

আধুনিক অসমীয়া সাহিত্যৰ বুৰঞ্জীত প্ৰসিদ্ধ 'লয়াৰ্ছ'ৰ দত্তবৰুৱা ডাঙৰীয়াৰ অকৃপণ দাক্ষিণ্য পৰ্ব্বত-প্ৰমাণ। আমাৰ দৰে নিঃকিন লেখকক পোহৰৰ বাট দেখুৱাওঁতা এইজনা পুৰুষৰ হাতেদি শিশু-নাটকেইখন পুনৰ ছপা কৰি উলিয়াব পৰাটোও ভাগ্যৰ কথা বুলিহে ভাবিছো।

জীৱনত পোৱা স্নেহ-দয়াৰ ঋণ যে দিনক দিনে কিমান বাঢ়িছে—ভাবিলে আচৰিত হওঁ!

মনে নপতিয়ায়! গতিকেই শিশু-নাটৰ এই তাঙৰণখনি অসমৰ পৰ্ব্বত-ভৈয়ামৰ সকলো শিশুৰ হাতত অৰ্পণ কৰি নিশ্চিন্ত হ'লোঁ।

শ্ৰীমুক্তিনাথ বৰদলৈ

শ্বিলং, ১৯৬৩

# আগকথা

একুৰি বাৰ বছৰ আগতে ৺কীৰ্ত্তিনাথ বৰদলৈ আৰু তেওঁৰ যোগ্য পুত্ৰ শ্ৰীযুত মুক্তিনাথ বৰদলৈৰ যুটীয়া প্ৰচেষ্টাৰ ফলত এখন নতুন ধৰণৰ নাটিকা ছপা হয় 'বাসন্তীৰ অভিষেক'। কেদাৰ ৰাগৰ গুৰু-গম্ভীৰ গতিৰে বৈ যোৱা 'নামে মন্দাকিনী'ৰ সপ্ত-মাত্ৰিক ছন্দৰ লয়ত বসন্তৰাণীৰ আগমনী সঙ্গীত বাজি উঠি নাটিকাখন উপস্থাপিত হয়। কুলি, কেতেকী, সেউতী, মালতী সকলোৱে সঞ্জীৱিত হৈ বাসন্তী কুঁৱৰীক প্ৰকৃতিৰ সেউজীয়া সিংহাসনত বহুৱায় আৰু ফুলৰেণু ছটিয়াই জগত আমোলমোলীয়া কৰি তোলে। দুবছৰ পিছত প্ৰকাশিত হয় 'লুইত কোঁৱৰ'। মানস সৰোবৰৰ পুত্ৰ লুইতকোঁৱৰৰ সাগৰৰ উদ্দেশ্যে কৰা অভিযানৰ লগৰী সোৱণশিৰী, ধনশিৰী, কপিলী প্ৰভৃতি অসমৰ জলকুঁৱৰীসকল। কোঁৱৰৰ ভ্ৰমণৰ যোগেদি প্ৰাচীন অসমৰ গৌৰৱৰ কাহিনী জিলিকি উঠিছে আৰু অসমৰ জান-জুৰি সকলোৱে নৱ-জীৱন লভিছে। ইয়াৰ তিনি বছৰ পিছত ওলায় 'সুৰ-বিজয়'। ৰাগ-সম্ৰাট ভৈৰৱৰ উদ্দেশ্যে নিৰ্ম্মিত ৰাগ-মন্দিৰৰ উদ্বোধন উৎসৱক কেন্দ্ৰ কৰি অসমৰ ৰাগ-ৰাগিণীৰ শ্ৰেষ্ঠত্ব নিৰূপিত হয়। মল্লাৰ প্ৰভৃতি ভাটীৰ ৰাগ-ৰাগিণীসমূহে দেশীয় ৰাগৰ হাতত পৰাজয় বৰণ কৰি ৰাগ-সম্ৰাট ভৈৰৱৰ আদেশত চৰ্ত্তসাপেক্ষে কামৰূপতে বসতি কৰি ধন্য। ওঠৰ বছৰ পিছত 'মেঘাৱলী'য়ে দেখা দিয়ে। অনাবৃষ্টিৰ হেতুকে চিন্তাক্লিষ্ট জয়ন্তেশ্বৰৰ কাতৰ প্ৰাৰ্থনাত মহাবাহু ব্ৰহ্মপুত্ৰৰ সান্ত্বনাবাণী শুনা যায়। সাগৰ-দুহিতা নৱযৌৱনা মেঘাৱলীৰ লগত শুভপৰিণয়ৰ ফলত জয়ন্তাপুৰীলৈ নামি আহে সৰগৰ অমৃত-বিন্দু, আৰু শস্য-শ্যামলা জয়ন্তাপুৰী লাহে লাহে ভূস্বৰ্গত পৰিণত হয়।

গীত-প্ৰধান এই আটাই কেইখন নাটিকাই বিশেষভাৱে সমাদৰ লাভ কৰিলেও সেইবোৰৰ পুনৰ্মুদ্ৰণ নোহোৱা গতিকে আটাই কেইখনেই লাহে লাহে দুষ্প্ৰাপ্য হৈ পৰে। এতিয়া এই নাটিকা কেইখনৰ পুনৰ্মুদ্ৰণ হোৱাটো অতি আনন্দৰ বিষয়। অসমৰ নাট্য-সাহিত্যৰ মাজেদি নতুন নতুন চিন্তাধাৰাই ৰূপ পাবলৈ এতিয়াও বাকী। ভাৱ-নাটক, গীতি-নাটক নাইবা পদ্য-নাটকৰ ক্ষেত্ৰত আমাৰ সাহিত্য এতিয়াও নিঃকিন। বৰদলৈ পিতা-পুত্ৰৰ হাতত গীত-প্ৰধান এক শ্ৰেণীৰ নাটিকাৰ সৃষ্টি আমাৰ সাহিত্যত নতুন সৃষ্টি। যি কৌশল অৱলম্বনৰ সহায়ত এই নাটিকা কেইখন ৰচিত হৈছিল, সেই কৌশলৰ সহায়ত অভিনৱ-সৃষ্টিৰ সম্ভাৱনা প্ৰচুৰ আছে। বৰদলৈ পিতা-পুত্ৰৰ দ্বাৰা ৰচিত নাটিকা কেইখন অকল কাব্যিকতাৰ অলৌকিক বাহক হৈয়েই থকা নাই, আটাই কেইখনকে মঞ্চোপযোগী কৰি ৰচিত কৰা হৈছে। কাব্যিক দৃষ্টিভঙ্গী থকা নাটকৰ মাজেদি নাটকীয় কাৰ্য্যৰ গতি অব্যাহত ৰখা টান কাম; কিন্তু এই নাটিকা কেইখনত মঞ্চোপ-যোগিতাৰ পিনে লক্ষ্য ৰাখি আৱশ্যক মতে কাব্যিক উচ্ছ্বাস নিয়ন্ত্ৰিত কৰা হৈছে। ব্যক্তিগত চৰিত্ৰ-সৃষ্টিৰ ওপৰত লেখকৰ দ্বাৰা গুৰুত্ব আৰোপ কৰা নাই; কিন্তু চৰিত্ৰবোৰৰ সামূহিক প্ৰভাৱৰ প্ৰতি বিশেষভাৱে লক্ষ্য ৰাখিছে। প্ৰত্যেকখন নাটিকাৰ মাজেদিয়ে এক শান্ত মাধুৰ্য্য মূৰ্ত্ত হৈ উঠিছে। নাটিকাৰ বুকুত সন্নিবিষ্ট ৰাগ-ৰাগিণীসমূহৰ বৈচিত্ৰ্য বিশেষভাৱে লক্ষ্যণীয়।

**শ্ৰীত্ৰৈলোক্য নাথ গোস্বামী**
১৭।১১।৬১

[ শিশু-নাট ] [ প্ৰথম স্তৱক ]

# বাসন্তীৰ অভিষেক

প্ৰথম তাঙৱণ—যোৰহাট ১৮৫১ শক

প্ৰকাশক—গ্ৰন্থকাৰ

দ্বিতীয় তাঙৱণ—শ্বিলং ১৮৮৫ শক

প্ৰকাশক—শ্ৰীবিচিত্ৰনাৰায়ণ দত্ত বৰুৱা, বি-এল, গুৱাহাটী

# বাসন্তীৰ অভিষেক

**ভাৱৰীয়াসকল:—**

বাসন্তী, কুলি, কেতেকী, মলয়া, সেউতী, মালতী আৰু পখিলী।

# প্ৰস্তাৱনা

ৰাগ, কেদাৰ—তাল, তেওৰা।

নামে মন্দাকিনী, সৰগৰে পৰা,
গায় সমীৰণে ধীৰে ধীৰে।
নাচে তৰু-লতা মৃদু হিল্লোলে,
পুলকিত প্ৰাণ আনন্দ নীৰে॥
গায় তটিনীয়ে কুলু কুলু, কোকিলৰ ধ্বনি কুউ কুউ,
গুৰু গুৰু গুৰু মাতে জলধৰে,
দূৰ নীলিমাতে গম্ভীৰে॥
সৰসী-বুকুত কমল ফুটে, অৰুণ-কিৰণ হাঁহি উঠে,
গুণ্ গুণ্ গুণ্ গায় অলিকুলে,
বাজি উঠে বীণা মূৰ্চ্ছনা-মীড়ে॥
বাজে শঙ্খ, গায় আৰতিৰ গীতি,
শোভে উপচাৰে পূজাৰ বেদী,
জ্বলে ধূপ-ধূনা সুগন্ধেৰে ভৰা,
বাণী-পূজা আজি মন্দিৰে॥

# বসন্ত-মঙ্গল

আজি জাৰৰ অকাল মৃত্যু
বসন্তৰ ফুলৰ মাৰত,
আনন্দৰ ৰাসলীলা
জীৱনৰ যমুনা পাৰত।
আজি বাহিৰত জিলিকিছে
প্ৰকৃতিৰ সোণালী পোহৰ,
অন্তৰত হেন্দুলিছে
প্ৰণয়ৰ প্ৰশান্ত সাগৰ।
আজি জগতত বিয়পিছে
দেৱতাৰ আশীষ বচন,
গছ-নই-লতিকাত
সুন্দৰৰ সাম্ৰাজ্য স্থাপন।
আজি বিয়াকুল নৰনাৰী
বিয়াকুল প্ৰকৃতি সুন্দৰী,
বিয়াকুল অসমীয়া
দেৱবাণী শিৰোধাৰ্য্য কৰি॥

—শ্ৰীসূৰ্য্যকুমাৰ ভূঞা

[ সেউতী আৰু মালতী দুজুপি ফুল। দুয়ো শুই থাকে। দূৰৈত ক্ষীণ সঙ্গীতৰ ধ্বনি লাহে লাহে ডাঙৰ হৈ ওচৰ চাপি আহে, লগে লগে মলয়াই গীত গাই নাচি নাচি আহে। ]

## মলয়াৰ গীত।

খাম্বাজ ম্যালশ্ৰী—একতালা।

হালি জালি গাওঁ।
ফুলৰে ৰাণীৰে কোলাতে জিলিকা
ফুল ৰেণু লই যাওঁ॥
আঁচলতে বান্ধি ফুলৰ ৰেণু, ফুৰোঁ চটিয়াই,
ফুলৰাণীৰ ফুল ফুটি উঠে মোৰ কোমল পৰশ পাই;
কুলিৰ বেণুৰ সুৰতে মিলাই,
নিমাতী বীণা বজাওঁ॥

( মলয়াৰ গীতৰ লগে লগে সেউতী, মালতীয়ে সাৰ পাই মূৰ দাঙে। )

**মলয়া**

উঠা উঠা সখি! বাসন্তী কুঁৱৰী আহিব লাগিছে। মই আহোঁতে কুলি আৰু কেতেকীয়ে 'বাসন্তী কুঁৱৰী আহিছে', 'বাসন্তী কুঁৱৰী আহিছে' বুলি জাত লগাই গীত গাই থকা শুনি আহিছোঁ।

( সেউতী, মালতী দুয়ো থিয় হয় )

### সেউতী

সখি মলয়া ! তোমাৰ আঁচলৰ বা লাগি গছৰ আগ লৰে, নইৰ ঢেউ কঁপে, গা জুৰ পৰি যায়। সখি ! অলপ ইয়াতে ৰোৱাঁ ; বাসন্তী কুঁৱৰীয়ে কুলি, কেতেকী আৰু সখি পখিলীক লৈ আহক। আমি এটাইকেইটিয়ে ইয়াতে উমলিমহক।

### মালতী

সখি মলয়া ! কুলিয়ে আহি 'কুউ' 'কুউ'কৈ গান গাব, কেতেকীয়ে মউসনা 'অ কেতেকী' মাতেৰে কাণ জুৰ পেলাব, তেহে বাসন্তী কুঁৱৰী আহিব। আমাৰ ফুলকলিয়ে এতিয়াও ওৰণি গুচোৱা নাই, সিহঁতৰ বুকুৰ মধুৰ গোন্ধ এতিয়াও ফুটি উঠা নাই।

### সেউতী

বাসন্তী কুঁৱৰীক সজাবলৈ মোৰ মাথোন শুৱনী কেইটিমান ফুল-কলি আছে, তাৰ সৌৰভো আছে।

### মালতী

মোৰো আছে ধুনীয়া ফুলকলিৰ মালা এধাৰি। বাসন্তী কুঁৱৰীৰ মূৰত পিন্ধাই দিলেই গোন্ধৰ সঁফুৰা মেলি দি কলিবোৰ জকমকাই ফুলি উঠিব।

### মলয়া

মোৰ হলে, সখি, আছে মাথোন জুৰ বিচনীখনিৰ এচাটি বা। বাসন্তী কুঁৱৰী আহিলেই আগে আগে বিচি আহিম আৰু ফুলৰ পৰা সুগন্ধি ৰেণু আনি কুঁৱৰীৰ অহা বাটেৰে চটিয়াই আহিম।

## সেঁউতী আৰু মালতীৰ গীত

খাম্বাজ—দাদ্ৰা

সেউতী—মোৰ ফুলৰ সৌৰভ বৰ মধুৰ।
মালতী—ফুলকলি মোৰ মউৰে পূৰ॥
সেউতী—যেতিয়া বাসন্তী আহিব,
মালতী—( আমাৰ ) ফুলকলিয়ে মূৰ তুলিব,
উভয়ে—এতিয়াও ফুলকলিয়ে চকু মেলা নাই,
তন্দ্ৰাতে হই আছে বিভোৰ॥

( সেউতী, মালতী দুয়ো সাবটাসাবটিকৈ থিয় হয় আৰু মলয়াই বিচি বিচি গায় আৰু তালে তালে নাচে। )

## মলয়াৰ গীত।

বৰো ভুক্ক সুৰ—একতালা

মোৰ বা এচাটি পাই,
আমাৰ সখি ঐ, হালিছে জালিছে
গাতে তৰণি নাই॥
মোৰ বা এচাটি পাই,
নই তুলেবুলে, পানী তুলেবুলে, নাৱৰে ছবিটি চাই॥
মোৰ বা গাতে লগাই,
নইৰে বুকতে, জোনায়ে হাঁহিছে, ঢউ নাচি নাচি যায়

( দূৰৈত ক্ষীণ সঙ্গীতৰ ধ্বনি )

**সেউতী**

সোৱা পখিলী বাই নাচি নাচি আহিছে।

**মালতী**

পখিলী বাই অ, পখিলী বাই!

( পখিলী নাচি নাচি গীত গাই সোমাই আহে )

## পখিলীৰ গীত।

পিলু—কাওৱালী।

( মোৰ ) ফুলাম পাখিতে, অলেখ বৰণে,
সপোন পুৰীৰে ছবি আঁকা।
( মোৰ ) লাহী দেহাৰে লয়লাসে উৰি,
অমিয়া সুৰদী মউ চুহি ফুৰি,
মুখতে ফুটাওঁ, মিচিকি হাঁহিটি,
ফুল ৰাণীৰে লাজে ঢকা॥

**পখিলী**

( নাচি নাচি )

অ' সেউতী, অ' মালতী, মই যে আহিলোঁ।
আহোঁতে বাটত কুলি-কেতেকীক দেখি আহিলোঁ॥

**মালতী**

পখিলী বাই অ', আহাঁ

সেউতী

অ' পখিলী, মোৰ ওচৰতে বহাঁ।

মলয়া

পখিলী ঐ পখিলা, কুলি কেতেকীনো ক'ত দেখিলা ?

## সকলোৰে গীত—বিয়ানামৰ সুৰ।

মলয়া

নাচিয়ে আহিলা নাচনি পখিলা,
কুলি-কেতেকীকে ক'ত নো দেখিলা ?

কুলি

দেখিলোঁ দেখিলোঁ বাটে যাওঁতে।
সোণৰে হাঁচটিত তামোল খাওঁতে ॥

মালতী

আৰু কি দেখিলা আৰু কি আছে ?

পখিলা

কুলিয়ে বাঁহীটিত সুৰটি ধৰিছে ॥

সেউতী

কেতেকী বায়ে নো কি কৰিছে ?

পখিলা

হেঙ্গুলী বৰণে বিহাখন বোলাইছে,
টোকাৰীখনতে হাতে বুলাইছে ॥

**সকলোৰে**

কুলি অ' কেতেকী, আহাঁ অ' আহাঁ ।
ফুলাম পাটী পাৰি দিছোঁ, ইয়াতে বহাঁ ॥

( আঁতৰত অ' কেতেকী, অ' কেতেকী মাত
আৰু ক্ষীণ সঙ্গীতৰ ধ্বনি )

[ গীত গাই গাই কেতেকী সোমাই আহে ]

## কেতেকীৰ গীত ।

ঝিঝিট খাম্বাজ—একতালা

বাসন্তীৰে দূতী, আহিছোঁ কেতেকী ;
মুখতে বতৰা লই ॥
চকু উজলাওঁ হেঙ্গুলী বেশেৰে,
হিয়া ওপচাওঁ মধুৰ মাতেৰে,
মন-পৰাণ হৰি লই যাওঁ, 'কেতেকী' 'কেতেকী' কই ॥

( অ' কেতেকী অ' কেতেকীকৈ চৰাইৰ দৰে মাতে )

## মলয়াৰ গীত ।

গজল—পোস্তা ।

অ' কেতেকী, অ' কেতেকী, কাকনো মাত মধুৰ সুৰে ।
তোৰ গানতে, সেউতী-মালতীৰ, আঁচলত বন্ধা পৰাগ উৰে ॥

জয় পৰি যায় লাজুকী লতা,
ফুলৰে মউ ৰয় ফুলতে সঁচা,
সেই তানতে মউ নিপিয়ে, নাচি পখিলী উৰি ফুৰে ॥
ৰূপালী জোনে জেউতি ঢালে,
মউসনা তোৰ মাত শুনিলে,
আহে ভাহি মলয়া-কোলাত, মধুৰ সৌৰভ ফুলৰেণুৰে ॥

কেতেকী

অ' সখি মই কেতেকী ! আমাৰ কুঁৱৰীয়ে সাজিছে পাৰিছে, আহিব লাগিছে ।

সেউতী

অ' কেতেকী ! বাসন্তী কুঁৱৰীক সজাবলৈ ফুল সজাই থৈছোঁ ; ফুলৰ বুকুত মৌ গোটাই থৈছোঁ ।

মালতী

কেতেকী অ' কেতেকী ! কুঁৱৰীৰ খোপাত পিন্ধাবলৈ মোৰ ফুলকলি কেইটিৰে এধাৰি চাকি গাঁথি থৈছোঁ । গাত চটিয়াই দিবলৈ মোৰ সুগন্ধি ফুলবোৰৰ ৰেণুও গোটাই থৈছোঁ ।

পখিলী

বাসন্তী কুঁৱৰীৰ যে মউ যোগনীয়া মই !

মলয়া

দেহি ঐ, কুঁৱৰীয়ে ভাগৰে জুগৰে আহিব । মই মোৰ জুৰ বিচনীৰে বিচি দিম ।

( আঁতৰত 'কুউ' 'কুউ' মাত আৰু মৃদু সঙ্গীতৰ ধ্বনি )

[ গীত গাই নাচি নাচি কুলি সোমাই আহে ]

## কুলিৰ গীত।

### বৰো ভাটিয়ালী—কাহাৰবা ।

গছৰে আগতে, কোমল পাতৰে, সোণৰে কলচী হাঁহে ।
গোন্ধৰ লই সঁফুৰা, মলয়া কোলাত ফুলৰে পৰাগ ভাহে ॥
ধীৰে গাওঁ মই সুৰদী গীত, ৰঙতে উগুল থুগুল চিত ;
দূৰ দূৰণিৰ ৰূপালী জোনাইৰ ৰূপালী পোহৰ আহে ॥

( দূৰৈত শঙ্খ-ঘণ্টা আৰু সুললিত সঙ্গীতৰ ধ্বনি )

( গীত গাই গাই ধীৰ গতিৰে বাসন্তী কুঁৱৰী সোমাই আহে আৰু সকলোৱে সম্ভ্ৰমেৰে থিয় হয়। )

## বাসন্তীৰ গীত।

### বসন্ত পূৰবী—ঢিমা তেতালা

প্ৰকৃতিয়ে আজি, নৱ সাজে সাজি,
আগমনী গীত গায়।
উঠে শিহৰণ ফুলে পাতে, মোৰ হাতৰ পৰশ পাই ॥
ঢালে অমিয়া কোকিলৰ গানে,
যাচে উপহাৰ ভ্ৰমৰ-গুঞ্জনে,
সৌৰভে ভৰা সম্ভাৰ আনে, মধুৰ দখিণ মলয়াই।
উঠে শিহৰণ ফুলে পাতে, মোৰ হাতৰ পৰশ পাই ॥

বাসন্তী

সখি সেউতী, সখি মালতী, মই আহিলোঁ। আমাৰ উমলিবৰ বেলি হ'ল।

সেউতী

( আঠু লৈ ) কুঁৱৰী, এইখনি ফুলৰ আসনতে বহক। ( বাসন্তী বহে )

মালতী

( আঠু লৈ ) কুঁৱৰী, আমি আজি কি কি উমলিমহক ?

পখিলী

( নাচি নাচি ) আমি ৰাণী ৰাণী উমলিম, ৰাণী ৰাণী উমলিম।

মলয়া

হয়! ৰাণী, ৰাণী!

কেতেকী

হয়, আমি ৰাণী ৰাণী উমলিম। 'অ' কেতেকী।'

কুলি

ৰাণী ৰাণী উমলিম। 'কুউ'।

বাসন্তী

সখিহঁত! বাৰু তোমালোকৰ কথাই হওক। আমি ৰাণী ৰাণীকে খেলোঁহক।

সেউতী

প্ৰকৃতি আইৰ এইখন বিনন্দীয়া ৰাজ্যত আজি ৰাণী হব আমাৰ 'বাসন্তী কুঁৱৰী'।

পখিলী

( নাচি নাচি ) আজি কুঁৱৰী আমাৰ ৰাণী হব।

সেউতী

( বাসন্তীক ফুলৰ মুকুট পিন্ধাই ) আজি বাসন্তী কুঁৱৰী আমাৰ ৰাণী হ'ল।

মালতী

( বাসন্তীক ফুলৰ মালা পিন্ধাই দি ) বাসন্তী ৰাণীৰ ৰাজত্ব নদন বদন হওক।

( বাসন্তীৰ ভৰিত ফুলৰেণু চটিয়াই, মউৰ ৰংঘৰা এটি হাতত দি ) জয়! বাসন্তী ৰাণীৰ জয়! কুলি, কেতেকী, মলয়া, সেউতী, মালতী, আহাঁ, আমি বাসন্তীৰ জয়-গান কৰোঁহক।

মলয়া

( বিচি বিচি ) বাসন্তী ৰাণীৰ জয় হওক! ফুলকুঁৱৰীসকলে নতুন নতুন ফুলৰ যোগান ধৰক!

বাসন্তী

( থিয় হৈ ) বিনন্দীয়া প্ৰকৃতিৰ শোভা বাঢ়ক, সূৰুযৰ ৰ'দ আৰু জোনবাইৰ জোনাকে বসুন্ধৰা উজলাই পেলাওক! জগতত সুখ শান্তি, আনন্দ যুগমীয়া হওক!

( বাসন্তী কুঁৱৰীক মাজত লৈ এটায়ে ফুল চটিয়াই চটিয়াই ঘূৰি ঘূৰি গীত গায় )

## সামৰণী গীত।

ৰাগ সিন্ধুৰা—তাল ঢিমা তেতালা

উৰুলি জোঁকাৰ দিয়া, উলাহে;
শুৱনী ধৰণী আজি হে॥ ধ্রু॥

পদ। গছে গছে হাঁহি ফুলে জক মক কৰে।
ডালত বহি কেতেকীয়ে সুৱদী গীত ধৰে॥ ১॥
কুলিয়ে পাতৰ আঁৰত 'কুউ' 'কুউ' গায়।
মলয়াৰ ঢৌ উঠি সুগন্ধ বিলায়॥ ২॥
কুঁহিপাতে হালে জালে বনৰে গছ-লতা।
ফুলৰে বুকতে আছে ফুল ৰেণু গঁথা॥ ৩॥
বাসন্তীৰে তাৰে আজি অভিষেক কৰি।
ধৰণী শুৱনী কৰা মঙ্গল আচৰি॥ ৪॥

( বাসন্তীৰ চাৰিওকাষে আঠু লৈ সকলোৱে উৰুলি দিয়ে।
দূৰৈত শঙ্খ ঘণ্টা আৰু মৃদু সঙ্গীতৰ ধ্বনি। )



[ শিশু-নাট ]    [ দ্বিতীয় স্তৱক ]

# লুইত কোঁৱৰ

প্ৰথম তাঙৰণ—যোৰহাট ১৮৫৩ শক
প্ৰকাশক—স্বৰ্গীয় জিতেন্দ্ৰ কুমাৰ দাস, যোৰহাট
দ্বিতীয় তাঙৰণ—শ্বিলং ১৮৮৫ শক
প্ৰকাশক—শ্ৰীবিচিত্ৰনাৰায়ণ দত্ত বৰুৱা, বি-এল, গুৱাহাটী

# ছোঁ ঘৰ

| ভাৱৰীয়া | সাজ |
|---|---|
| লুইত কোঁৱৰ | পাটৰ চুৰিয়া, পাটৰ চাপকান, গুণা-খনিয়া পাগুৰি, পয়জাৰ |
| পছোৱা বতাহ | নীলা ধুতি, নীলা চাদৰ, নীলা বুকুচোলা, নীলা পাগুৰি। |
| কুকুৰা বতাহ | সেউজীয়া বুকুচোলা, সেউজীয়া চুৰিয়া, সেউজীয়া পাগুৰি আৰু চেলেং। |
| মানসী কুঁৱৰী | পাটৰ বনকৰা ৰিহা মেখেলা, চোলা, বনকৰা চেলেং, মূৰত মুকুট। |
| সোৱণশিৰী | মুগাৰ ৰিহা-মেখেলা, ফুলাম চেলেং, ডিঙি আৰু মূৰত বগা ফুলৰ মালা। |
| ধনশিৰী | ঐ ঐ ঐ |
| ভৰলী | ঐ ঐ ৰঙা ফুলৰ মালা। |
| কপিলী | ঐ ঐ বগা ফুলৰ মালা। |
| ভৰলু | মুগাৰ ৰিহা-মেখেলা, চেলেং, মূৰত ডিঙিত ফুলৰ মালা। |
| চাউলখোৱা | মেথেনীমৰা পাটৰ ৰিহা-মেখেলা, মূৰত সৰু ওৰণী, ডিঙিত ফুলৰ মালা। |
| পাগলাদিয়া | মেথেনীমৰা ৰঙা-কলা ফুলৰ কপাহী মেখেলা-ৰিহা, মূৰত গছপাতৰ মালা ; আউলি বাউলি চুলি। |
| বৰদৈচিলা | পাটৰ ৰিহা-মেখেলা, চোলা আৰু নীলবৰণীয়া চেলেং। |
| নেতাই | পাটৰ ৰিহা-মেখেলা, চোলা আৰু পাটৰ চেলেং। |



## নান্দী

১। কল্যাণ মিশ্র—একতালা।

আজি প্ৰভাতৰ অৰুণ কিৰণে
ধৰাৰ বুকুত নাচিছে আহি।
মলয় এচাটি আহি বই যায়
সৰাই কোমল পত্ৰম পাহি॥
কোন সপোনৰ বাতৰি আনে
একেটি সুৰৰ একেটি তানে?
নব বসন্তৰ আগমনে
বজায় কোনেনো নিমাতী বাঁহী?
ফুলৰ পাহিত শিহৰণ লাগি
মধুৰ সৌৰভ উঠিছে ভাহি॥

## এক

মানস সৰোবৰৰ পাৰ।

( দূৰৈত ক্ষীণ সঙ্গীতৰ ধ্বনি। গীত গাই গাই মানসী কুঁৱৰী আহে )

**মানসী কুঁৱৰী**

২। পূৰবা—একতালা।

( সৌ ) আৱাহনী বাজে দূৰ-দূৰণিত
সাগৰে আদৰি মাতে।

উঠে ধ্বনি তাৰে নীল আকাশত
তৰাৰে জেউতি তাতে ॥
কিনো সুৰ ভাহি আহে,
নীলা পছুমৰ পাহে পাহে,
সেই সুৰতেই পৰাগ কণাই
সোণৰে দলিচা পাতে ॥

সৌ সাগৰে মাতিছে ; অনন্তই আৱাহনী গীত গাই গাই মাতিব লাগিছে—'আহাঁ, আহাঁ'। অনন্তৰ আৱাহনীত নদ-নদী, নিজৰা-জুৰি, এটাইবিলাক ব্যাকুল হৈ পৰিছে। ( দূৰৈত ক্ষীণ সঙ্গীতৰ ধ্বনি ) সৌৱা, সেই মধুৰ সঙ্গীত লাহে লাহে ওচৰ চাপি আহিছে। ( কাণ পাতি শুনি থাকে )

( গীত গাই গাই পছোৱা বতাহ আহে )

পছোৱা

৩। মালশ্ৰী—কাৱালী।

পছিমৰ বাতৰি আঁচলতে আনি
সিঁচি ফুৰোঁ চটিয়াই ;
ফাগুনে যেতিয়া শিমলু ফুলৰে
বুকু দিয়ে উদঙাই ॥
ৰিব্ ৰিব্ কৈ যাওঁ উৰি
দেশ বিদেশে ফুৰোঁ ঘূৰি,
হালি জালি নচা ফুলৰে কোলাতে
দিওঁ মউ ওপচাই ॥

আই কুঁৱৰী, মোৰ প্ৰণাম লওক। মই সাগৰৰ কটকী পছোৱা বতাহ। সাগৰৰ যজ্ঞলৈ পৃথিবীৰ নদ-নদী, নিজৰা-জুৰিৰ কোঁৱৰ-কুঁৱৰীসকলক নিমন্ত্ৰণ কৰি ফুৰিছোঁ। লুইত কোঁৱৰকো সাগৰৰ যজ্ঞলৈ মাতিবলৈ আহিছোঁ।

**মানসী**

( বিড়িয়াই মাতে ) লুইত কোঁৱৰ! লুইত কোঁৱৰ; সাগৰৰ কটকী আহিছে; আহঁা।

( গীত গাই গাই লুইত কোঁৱৰ আহে )

**লুইত কোঁৱৰ**

৪। বেলোৱাৰ—ঢিমা একতালা

কোন সুদূৰৰ আৱাহনী গীতি
ধীৰে ধীৰে ধীৰে আহে।
পৰাণে কান্দিছে মিলনৰ আশে
অলেখ অজান উলাহে॥
সি সুৰ মিলায় দূৰ আকাশত
তৰাবোৰ কঁপে জোনৰ কাষত,
নিশাৰ নিয়ৰ ফুলৰ কোলাত
নাচিছে মনৰ হেপাহে॥

**মানসী**

কোঁৱৰ, এওঁ সাগৰৰ কটকী পছোৱা বতাহ; সাগৰৰ যজ্ঞলৈ পৃথিবীৰ নদ-নদী সকলক নিমন্ত্ৰণ কৰি ফুৰিছে; তোমাকো নিমন্ত্ৰণ হৈছে!

### লুইত কোঁৱৰ

অসীমৰ আৱাহনীৰ মধুৰ সুৰ মোৰো কাণত পৰিছেহি। দূৰণিৰ সেই ভাহি অহা সুৰে মোৰ হিয়া উগুল-থুগুল কৰি দিছে।

### পছোৱা

কোঁৱৰ, মই পছিমৰ পৰা নদ-নদীসকলক মাতি আহিছোঁ। অসমদেশৰ জলকুঁৱৰীসকল ৰৈ আছে; আপোনাৰ লগতে তেওঁ-বিলাকো যজ্ঞলৈ যাব। মই এতিয়া পূবলৈ যাওঁ। (পছোৱা যায়)

### মানসী

লুইত কোঁৱৰ, সাগৰে মাতিছে, ব'লা তোমাক সজাই পৰাই দিওঁগৈ।

### লুইত কোঁৱৰ

আই, কিমান পৰ্ব্বত, বন, নগৰ, জনপদ পাৰ হৈ যাব লাগিব, সেইবিলাক ঠাই কেনেকৈনো চিনি পাম?

### মানসী

বাছা, তাৰ নিমিত্তে চিন্তা নাই। তোমাৰ পাচনি কুৰুৱা বতাহে বাট-ঘাট এটাইবোৰ চিনি পায়। তেৱেঁই তোমাক বাট দেখুৱাই নিব। (ৰিঙিয়াই মাতে) কুৰুৱা, কুৰুৱা!

(গীত গাই গাই কুৰুৱা আহে)

**কুকুৰা বতাহ**

৫। ললিত কৌ—তেওৰা

অসীমৰ বীণাতে
মৃদু মধুৰে
বাজে ধীৰে ধীৰে
ললিত ৰাগিণী।
কম্পন উঠে,
বিশ্ব বিয়পি
উৰে ফুল ৰেণু,
সৌৰভ আনি॥
অসীমৰ বুকুতে
সুন্দৰে আহি
ৰচিলে সুন্দৰে
অমিয়া নগৰী,
অৰুণ কিৰণে
হাঁহি মাৰি সাজে
মোহন ছবিটি
মধুৰতা সানি॥

আই কুঁৱৰী, মোক বিচাৰিছে বা কেলেই?

**মানসী**

কুকুৰা, লুইত কোঁৱৰে অসমৰ নদী-নিজৰাৰ জলকুঁৱৰীসকলক লগত লৈ সাগৰৰ যজ্ঞলৈ যাব। তুমি বাট দেখুৱাই লৈ যাবা।

মই কোঁৱৰক সজাই-পৰাই দিওঁগৈ; তুমিও সাজু হোৱাগৈ।

( মানসী কুঁৱৰীয়ে লুইত কোঁৱৰক লৈ যায় )

**কুৰুৱা**

অসীমৰ বুকুতে
সুন্দৰে আছি,
ৰচিলে সুন্দৰে
অমিয়া নগৰী;
অৰুণ কিৰণে
হাঁহি মাৰি সাজে,
মোহন ছবিটি
মধুৰতা সানি॥

( গীত গাই গাই কুৰুৱা সোমাই আহে )

---

## দুই

**মাজুলীৰ ওচৰ।**

( লুইত কোঁৱৰ আৰু কুৰুৱা ৰতাহ লাহে লাহে আহে )

**লুইত**

কুৰুৱা, এই দেশখিনি সপোনৰ দেশ যেন লাগিছে; যি ফালেই চাওঁ সেই ফালেই সেউজীয়া ওৰণিৰে প্ৰকৃতিৰ মুখখন ঢাকি থোৱা যেন দেখোঁ। গছৰ শিৰত কুমলীয়া পাতৰ কলচী; ফুলেৰে জাতিষ্কাৰ হৈ জিলিকি থকা ফুলৰ গছ;—কুলি-কেতেকীৰ মধুৰ মাত; সূৰুযৰ

সোণালী কিৰণ ; জোনৰ ৰূপালী জোনাক। যেনিয়েই চাওঁ, চকুত পৰে যেন এখন সত্য-শিৱ-সুন্দৰৰ ৰাজ্য।

কুকুৰা

সঁচাকৈয়ে, কোঁৱৰ, এই খনি অনুপম দেশ। বিশাল প্ৰাচীন কামৰূপ ৰাজ্যৰ পূব ভাগ সুৱৰ্ণপীঠ। এই সুৱৰ্ণপীঠৰ উত্তৰ-পূব অঞ্চলেই সতী ৰুক্মিণী আইৰ পিতৃ-ৰাজ্য কৌণ্ডিল্য। উত্তৰৰ সৌ শুভ্ৰ বৰফেৰে ঢকা আকাশলঙ্ঘী হিমালয়—হিমালয়ৰ বুকৰ সৌ নীলবৰণীয়া পৰ্ব্বতমালাই কুঞ্জগিৰি—ভোট, অকা, ডফলা আদিৰ চিৰবসতিৰ ৰাজ্য। দখিণফালে সৌ নীলা সেউজীয়া পৰ্ব্বত শ্ৰেণীয়েই নাগ ৰাজ্য—সবল, নিভীক প্ৰকৃতিৰ সন্তান নগাসকলৰ বাসস্থান। আকৌ ইয়াৰ পৰা অলপ দখিণ-পূবে ভিতৰলৈ সোমালেই ইন্দ্ৰবংশী ৰজা সকলৰ অমৰ-লীলাভূমি ৰংপুৰ নগৰ পোৱা যায়। ইয়াতেই শিৱসাগৰ, শিৱদৌল, দুৰ্গাদৌল, বিষ্ণুদৌল, ৰংঘৰ, কাৰেংঘৰৰ ধ্বংসাৱশেষে প্ৰবল-প্ৰতাপী আহোম ৰাজসকলৰ অতীত গৌৰৱৰ চিনাকী দিব লাগিছে। সেই নগৰৰ অলপ আঁতৰতে জয়সাগৰ, জয়দৌলে সতী ৰাণী জয়মতীৰ পৱিত্ৰ নাম চিৰস্মৰণীয় কৰি ৰাখিছে।

লুইত কোঁৱৰ

কুকুৰা, এই বিতোপন দেশৰ বিষয়ে আৰু কোৱাঁ। মোৰ শুনি শুনি হেপাহ পলোৱা নাই।

কুকুৰা

আমাৰ দখিণ-পছিমৰ ফালে অলপ আঁতৰত ইন্দ্ৰবংশী ৰজা-সকলৰ শেষ লীলাৰ ঠাই যোৰহাট নগৰ। আকৌ আমাৰ উত্তৰ

ফালে সৌখিনি অসমৰ গৌৰৱ মাজুলী, নিৰুপম শুদ্ধ সত্ত্ব ভাগৱতী ধৰ্ম্মৰ কেন্দ্ৰ ঠাই। ইয়াতেই এতিয়াও আউনীআটী, দক্ষিণপাট, কমলাবাৰী, গড়মূৰ, বেঙ্গেনাআটী আদি সত্ৰৰ নামঘৰত পাঁচ প্ৰসঙ্গত পৱিত্ৰ বৈষ্ণৱ ধৰ্ম্মৰ নাম-কীৰ্ত্তনৰ ৰোলে শঙ্কৰ-মাধৱ-দামোদৰ-বংশী-গোপালদেউ আদি পৰম ভাগৱত গুৰুসকলৰ অক্ষয় কীৰ্ত্তি ঘোষণা কৰিব লাগিছে।

( দূৰৈত মৃদু সঙ্গীতৰ ধ্বনি )

**লুইত কোঁৱৰ**

কুকুৰা, শুনাচোন, এটি মৃদু সঙ্গীতৰ ধ্বনি যেন এই ফালে ক্ৰমে আহিব লাগিছে।

**কুকুৰা**

কোঁৱৰ, এই খিনিতে উত্তৰ-দখিণৰ পৰ্ব্বতৰপৰা অহা জলকুঁৱৰী-সকল আমাৰ লগ লাগিবৰ কথা। সৌৱা, উত্তৰ ফালৰপৰা এগৰাকী জলকুঁৱৰী গীত গাই গাই আহিব লাগিছে।

( গীত গাই গাই সোৱণশিৰী জলকুঁৱৰীৰ প্ৰৱেশ )

**সোৱণশিৰী**

৬। দিহাশ্যাম—কাৱালী।

বলুকা পাৰৰে শুকুলা কঁহুৱাৰ
বনে ঐ হাঁহিছে বনে ঐ হাঁহিছে।
বচকী পখিলী নাচোনে নাচিছে ॥ ধ্ৰু ॥
॥ পদ ॥ মলয়াৰ এচাটি ধীৰে বই গলে
কঁপে ঐ গছৰে পাত।

ডাৱৰেৰে ছাঁয়া পৰি মোৰে গাতে,
হিয়াখনি কৰে শাঁত ॥ ১ ॥
বনৰে চৰায়ে সুহুৰিটি মাৰি,
নাচি নাচি উৰি ফুৰে।
শুৱনী ফুলৰে পাহি সৰি সৰি
ঢউৰে বুকতে পৰে ॥ ২ ॥

( লুইত কোঁৱৰক প্ৰণামি দি )

কোঁৱৰ, মই সোৱণশিৰীৰ জল-কুঁৱৰী। মোৰ লগত দিহং, দিবাং, কুণ্ডিল পানী, নোৱা দিহিং, দিক্ৰাং, ৰঙানৈ আদিৰ কুঁৱৰী সকলো আহিছে। আমি এটাইটি ভাই-ভনী আপোনাৰ লগতে সাগৰৰ যজ্ঞলৈ যাবলৈ এই বাহৰতে ৰইছোঁহি। এতিয়া কোঁৱৰৰ কি আজ্ঞা হয় তাকে জানিবলৈ মই আহিছোঁ।

## লুইত কোঁৱৰ

কুবেৰৰ জীয়ৰী সোণকুঁৱৰী, তোমালোকে বাহৰতে অলপ ভাগৰ জুৰোৱা গৈ। আমাৰ পাচনি কুকৰাই তোমালোকক জিৰাবৰ সুবিধা কৰি দিব গৈ। আন জলকুঁৱৰী সকল আহিলেই আমি যাত্ৰা কৰিম। কুকৰা, সোণকুঁৱৰীক লগত লৈ আমাৰ বাহৰৰ উত্তৰ হাটীত এওঁৰ আৰু এওঁৰ লগৰ কুঁৱৰীসকলৰ থকা-মেলাৰ সুবিধা কৰি দিয়া গৈ।

## কুকৰা

কুঁৱৰী, মোৰ লগে লগে আহক।

( কুকৰা আৰু সোৱণশিৰী যায়। দূৰৈত মৃদু সঙ্গীত-ধনশিৰী জলকুঁৱৰীয়ে লয়লাস গতিৰে গীত গাই গাই আহে )

## ধনশিৰী

৭। ব্যাহ-বৰাৰী—খৰমান ( কাহাৰৱা )

( মোৰ ) ঢৌৱে ঢৌৱে নাচে, সূৰুযৰে ছবি
তিৰ্‌বিৰ্‌ তিৰ্‌বিৰ্‌ কৈ।
ৰঙা পতুমীৰে, পাহিতে জিলিকে,
সোণৰে সফুৰা ঐ ;
তিৰ্‌বিৰ্‌ তিৰ্‌বিৰ্‌কৈ তিৰ্‌বিৰ তিৰ্‌বিৰ্‌কৈ ॥
ভৈয়ামৰ শিলেৰে, হেন্দোলনি তুলি,
ঢৌ মোৰ বাগৰি যায়।
হাবিৰে হৰিণী, দেখি ছবি খনি
চায়ে থাকে ভোল গৈ,
তিৰ্‌বিৰ্‌ তিৰ্‌বিৰ্‌কৈ তিৰ্‌বিৰ্‌ তিৰ্‌বিৰ্‌কৈ ॥

( গুনগনি দি ) কৌৱৰৰ মই ধনশিৰীৰ জলকুঁৱৰী। পছোৱাৰ মুখত বাতৰি পাই আপোনাৰ সাগৰ অভিযানৰ লগৰী হবলৈ আহিছো। মোৰ লগতে দিখৌ, কাকদঙ্গা, ভোগদৈ আদি নৈৰ জলকুঁৱৰী সকলো কৌঁৱৰৰ লগতে সাগৰলৈ যাবলৈ বাহৰতে বৈ আছেহি।

## লুইত কৌঁৱৰ

বৰ সন্তোষৰ কথা। ইয়ালৈ আহিবলগীয়া জলকুঁৱৰীসকল আহি গোট খালেহিয়েই। কুঁৱৰী, মই বাহৰ তুলিবৰ যো-জা কৰোঁ গৈ। তোমালোকেও ভটিয়াই যাবলৈ সাজু হোৱা গৈ।

( লুইত কৌঁৱৰ এফালে যায় গৈ, ধনশিৰীও গীত গাই গাই আনফালে যায়। )

ধনশিৰী

ভৈয়ামৰ শিলেৰে, খলকনি তুলি
ঢৌ মোৰ বাগৰি যায়।
হাবিৰে হৰিণী, দেখি ছবিখনি
চায়ে থাকে ভোল গৈ ;
তিৰ্‌বিৰ্ তিৰ্‌বিৰ্‌কৈ তিৰ্‌বিৰ্ তিৰ্‌বিৰ্‌কৈ ॥

( গীত গাই গাই গুচি যায় )

# তিনি

## শোণিতপুৰৰ ওচৰত লুইত কোঁৱৰৰ বাহৰ

( কুন্দৰা আৰু লুইত কোঁৱৰ দুয়ো বহি আছে )

### লুইত কোঁৱৰ

কুন্দৰা, এই অঞ্চলৰ উত্তৰ-দখিণৰ জলকুঁৱৰী সকল নাহে মানে আমাৰ বাহৰ ইয়াতে পতা হওক। অতি বিনন্দীয়া এইখনি দেশ, কুন্দৰা।

### কুন্দৰা

সঁচাকৈয়ে কোঁৱৰ, এইখনি বিনন্দীয়া দেশ। এইখনিয়েই উষাদেৱীৰ পিতৃৰাজ্য শোণিতপুৰ। প্ৰকৃতিৰ কাম্য উপবন সদৃশ সৌ আগত দেখা নগৰখনিয়েই শোণিতপুৰ, আজিকালিৰ তেজপুৰ। সৌ উত্তৰ-পূবৰ টিলাটোৰ ওপৰতেই উষাদেৱীৰ অগ্নিগড়। ইয়ালৈকে

সখী চিত্ৰলেখীয়ে অনিৰুদ্ধ কোঁৱৰক দ্বাৰকাৰ পৰা আনিছিল। সৌ দুটি পৰ্ব্বতৰ ওপৰত বাণ ৰজাৰ ইষ্ট দেৱ-দেৱী মহাভৈৰৱ-মহাভৈৰৱীৰ মন্দিৰ।

**লুইত**

নৈৰ মাজত সৌ উত্তৰ-পূব কোণত সেইটো কি পৰ্ব্বত, কুন্দৰা ?

**কুন্দৰা**

কোঁৱৰ, সেইখন পূৰ্ব্বৰ সূৰ্য্য দেৱতাৰ পূজাৰ ঠাই শ্ৰীসূৰ্য্য পাহাড়। বঙ্গ-বিজয়ী আহোম কুলপ্ৰদীপ কলিয়া ভোমোৰা বৰফুকনে এই মহানদৰ ইপাৰৰ পৰা সিপাৰলৈ এখন 'শিলৰ সাঁকো দিবলৈ যো-জা কৰিছিল। সেইবাবে শিল, চূণ আৰু অইন অইন অপাৰ সঁজুলি আনি এই পৰ্ব্বতৰ ওপৰত পেলাইছিলহি। কিন্তু কালৰ বিচিত্ৰ গতি! দলং সজা কাম আৰম্ভ নৌ কৰোঁতেই বৰফুকন স্বৰ্গী হয়। আহোম ভাগ্য-বেলিও তেতিয়াৰে পৰা লাহে লাহে ভটিয়াবলৈ ধৰে। এতিয়াও সেই পৰ্ব্বতৰ ওপৰত বহুত দলং সজা সঁজুলি পৰি আছে আৰু এই পৰ্ব্বতৰো তেতিয়াৰে পৰা ভোমোৰাগুৰি নাম হয়।

**লুইত**

দৰাচলতে কুন্দৰা, এইখনি প্ৰকৃতিৰ ৰম্য উপবন। যেনি চাওঁ শুৱনী, সুন্দৰ মনোমোহা প্ৰকৃতিৰ ছবি। এই ঠাইৰ প্ৰত্যেক গছে, প্ৰত্যেক পাতে, প্ৰত্যেক ডোখৰ শিলে বুৰঞ্জীৰ অতীত গৌৰৱ যেন ঘোষণা কৰিব লাগিছে।

( দূৰৈত মৃদু সঙ্গীত ) কুন্দৰা শুনাচোন, দূৰণিৰ পৰা যেন এটা মনোমোহা সুৰ ভাহি আহিব লাগিছে।

**কুন্দৰা**

**হয় কোঁৱৰ, এগৰাকী জল-কুঁৱৰী গীত গাই গাই আমাৰ বাহৰৰ ফালে আহিব লাগিছে।**

( হালি জালি গীত গাই গাই ভৰলী জলকুঁৱৰী আহে )

**ভৰলী**

( ৮ ) দুৰ্গাবৰী মিশ্ৰ—কাৱালী

আজি, সূৰুযৰে এ, এহে এ পোহৰে হাঁহিছে।
পখিলী ফুলতে পৰি নাচোনে নাচিছে হে॥ ধ্ৰু॥
নইৰে বুকুকে কোনে কৰিলে সোণালী॥
আজি সূৰুযৰ পোহৰে এ।
গছৰে শিৰতে হাঁহে শুৱনী ৰদালি॥ ১॥
কাৰনো বাতৰি আনে দখিণৰ বতাহে?
সৌ সাগৰৰ পাৰৰে এ।
বিলায় সুগন্ধ ৰঙা পদুমৰে পাহে॥ ২॥
ফুলে ফলে শোভা ধৰে কুঁৱৰী বনৰে এ;
ঐ কুঁৱৰী বনৰে এ;
শোভা দেখি জলকুঁৱৰীয়ে নাচোন ধৰে॥ ৩॥

**কোঁৱৰ, মই ভৰলীৰ জলকুঁৱৰী। মোৰ লগতে উত্তৰৰ কুঞ্জ-গিৰিমালাৰ পৰা ওলাই জীয়াধনশ্ৰী, দিকৰাই, ঘিলাধাৰী, মঙ্গলদৈ, বৰনদী আদিৰ জল-কুঁৱৰী সকলো আহি এই বাহৰতে বৈছেহি—কোঁৱৰৰ সাগৰযাত্ৰাৰ লগৰী হবলৈ।**

**লুইত কোঁৱৰ**

পুণ্যৱতী ভৰলী কুঁৱৰী, বৰ সন্তোষৰ কথা। সাগৰৰ কৰ-ভাৰ লৈ আৰু কেগৰাকীমান জল-কুঁৱৰীয়ে আমাক এই বাহৰতে ভেট কৰাৰ কথা। তেওঁলোক আহিলেই আমি ইয়াৰ পৰা বাহৰ তুলি ভটিয়াম। ( দূৰৈত আকৌ মৃদু সঙ্গীত ধ্বনি ) সৌৱা তোমালোকৰে কোনোবা এগৰাকী কুঁৱৰীয়ে গীত গাই গাই এই ফালে আহিব লাগিছে।

**ভৰলী**

কোঁৱৰ, সেই গৰাকী পুণ্যশ্লোক কপিলমুনিৰ মানস-কন্যা কপিলী কুঁৱৰী। দখিণফালৰ কিন্নৰীসকলৰ বাঞ্ছিত কিন্নৰ বা মিকিৰ পৰ্ব্বতৰপৰা ওলাই কোঁৱৰৰ লগতে সাগৰলৈ যাবলৈ বুলি আহিছে।

( গীত গাই গাই কপিলী জল-কুঁৱৰী আহে )

( ৯ ) শ্যামগড়া—তেওৰা

**কপিলী**

কিনো গীত শুনালে সখিয়তী পখী
সৰাই ফুলনিৰে মালতী ফুল।
সুৰতে কঁপিলে, নৈৰে হিয়া ঐ,
গাই গলে নাচি কুলু কুল্॥ ধ্রু॥
সেন্দূৰী বোলেৰে, অৰুণে কৰিলে
ৰাঙলী পূবৰে বুকু।
কলচীয়া শিৰে নাহৰে হাঁহিলে,
জুৰে কৰি গলে চকু॥ ১॥

ভোমোৰা কলীয়া মউ খাই বলিয়া,
গুণ্ গুণ্ বাঁহীটি বালে,
সপোন ভাঙিলে পদুমী কুঁৱৰীৰ,
সুৰুযৰ মুখলৈ চালে ॥ ২ ॥

কোঁৱৰ, মই কপিলী জল-কুঁৱৰী। কলং, বৰপানী, যমুনা, ডিফলু আদি নৈৰ জল-কুঁৱৰী ভনীহঁতেৰে কোঁৱৰৰ সাগৰ যাত্ৰাৰ লগৰী হবলৈ বুলি আহিছোঁ।

## লুইত কোঁৱৰ

কপিলী কুঁৱৰী, তোমাৰ সাক্ষাৎ পাই দৰাচলতে মোৰ মন আনন্দত উপচি পৰাৰ নিচিনা হৈছে। এনে মৌসনা মাত তোমাৰ! ক'ত পালা এনে অমিয়া ভৰা সুৰৰ গীত, জলকুঁৱৰী?

## কপিলী

পবিত্ৰ ভাগৱতী ধৰ্ম্মৰ প্ৰথম পাতনি য'ত, সঙ্গীত শিৰোমণিৰ 'বৰগীত'ৰ প্ৰথম জন্ম ঠাই বৰদোৱা ধাম যি অঞ্চলত, সেই নগাঁও অঞ্চলতেই মোৰ জন্ম। এই অঞ্চলৰ গছৰ পাতে পাতে, নিয়ৰৰ টোপাই পতি, ফুলৰ পাহে পাহে বৰগীতৰ সুৰ আজিও বাজি থাকে। নইৰ কুলু কুলু ধ্বনিত, চৰাইৰ সুৰদী গীতত আজিও বৰগীতৰ এটা নিফুট আভাষ মাথোন মই গাইছোঁ।

## লুইত কোঁৱৰ

ধন্য এই দেশ, যি দেশত এনে অনুপম বস্তুৰ জন্ম।

**কুন্দৰা**

কোঁৱৰ, এই বাহৰলৈ আহিবলগীয়া সকলোবিলাক জলকুঁৱৰী সাগৰৰ কৰ-সম্ভাৰ লৈ উপস্থিত। এতিয়া কোঁৱৰৰ আজ্ঞা হলেই আমি বাহৰ তুলি ভটিয়াব পাৰোঁ।

**লুইত কোঁৱৰ**

বাৰু তেন্তে, আমি যাত্ৰাৰ আয়োজন কৰোঁগৈহক আহাঁ কুঁৱৰী, তোমাৰ মৌ-সনা গীতটো ধৰা ; তাকে শুনি শুনি আমি যাত্ৰা কৰোঁ গৈ।

**কপিলী**

সেন্দূৰী বোলেৰে অৰুণে ৰঙিলে
ৰাঙলী পূৱৰে বুকু।
কলচীয়া শিৰে, নাহৰে হাঁহিলে
জুৰে কৰি গ'লে চকু॥

( গাই গাই গুচি যায় )

# চাৰি

## প্ৰাগজ্যোতিষপুৰৰ বাহৰ

( লুইত কোঁৱৰ আৰু কুৰুৱা সোমাই আহে )

### লুইত কোঁৱৰ

প্ৰকৃতিৰ নিকুঞ্জ কানন, ছুৰ্ভেদ্য গিৰি-ছুৰ্গমালাই আগুৰি থকা এইখন বিচিত্ৰ দেশৰ নাম কি, কুৰুৱা? ইয়াত সোমায়েই মোৰ মনত মহান পৱিত্ৰ আৰু গহীন ভাৱ এটা সোমাইছেহি। যেনিয়েই চাওঁ তেনিয়েই প্ৰকৃতিৰ পূৰ্ণ বিকাশ চকুত পৰি মন প্ৰাণ শীতল হৈ যায়।

### কুৰুৱা

কোঁৱৰ, এই খনেই দেৱতা-বাঞ্ছিত, মুনি-মনোৰম প্ৰাচীন কামৰূপৰ ৰাজধানী, তীৰ্থময়, পুণ্যময়, মহিমাময়, প্ৰাগজ্যোতিষপুৰ। এইখনিয়েই একাদিক্ৰমে বিষ্ণুবংশী, সূৰ্য্যবংশী, চন্দ্ৰবংশী আৰু ইন্দ্ৰবংশী ৰজাসকলৰ গৌৰৱমণ্ডিত লীলাক্ষেত্ৰ।

### লুইত কোঁৱৰ

কুৰুৱা, এই পুণ্যময় ক্ষেত্ৰৰ চাৰিওফালৰ ঠাইবিলাকৰ বিষয়ে জানিবলৈ মোৰ বৰ ধাউতি হৈছে। তুমি সকলো ঠাই ফুৰিছা। মোক এই মহাক্ষেত্ৰৰ বিষয়ে জানিব লগীয়া কথাবিলাক এটা এটাকৈ বুজাই দিয়া।

কুৰুৱা

কোঁৱৰ, সৌ পছিমৰ পৰ্ব্বতটিয়েই নীলাচল। তাৰ ওপৰতে মহাপীঠ কামাখ্যা আৰু ভুৱনেশ্বৰী মন্দিৰ। সমুখৰ সৌ মাজুলীটি হৈছে উমানন্দ। তাৰ ওচৰতে সৌৱা উৰ্ব্বশীৰ শিলৰাজি ; সৌ উত্তৰফালে অশ্বক্লান্ত, মণিকৰ্ণিকা আদি তীৰ্থ। প্ৰাগ্‌জ্যোতিষপুৰ নগৰৰ পূৱ ভাগত প্ৰাচীন কামৰূপী জ্যোতিষীসকলৰ মানমন্দিৰ নৱগ্ৰহ। নগৰৰ ভিতৰত ছত্ৰাকাৰ, উগ্ৰতাৰা, শুক্লেশ্বৰ আৰু জনাৰ্দ্দনৰ মন্দিৰ। আমাৰ বাহৰৰ উত্তৰ-পূব ফালৰ সৌ পৰ্ব্বত-মালাই বিশ্ববিখ্যাত শৰাইঘাটৰ যুঁজৰ কোঁঠ আৰু গড়—কুৰুৱা-বুৰুজ। সেই পৰ্ব্বতৰ ওপৰত সেইবিলাক কোঁঠ আৰু গড়ৰ ধ্বংসাৱশেষে যবন-বিজয়ী ইন্দ্ৰবংশী ৰজাসকলৰ অতীত কীৰ্ত্তি ঘোষণা কৰিব লাগিছে।

( দূৰৈত মৃদু সঙ্গীত )

লুইত কোঁৱৰ

কুৰুৱা, কোনোবা এগৰাকী জল-কুঁৱৰী সুললিত সুৰে গীত গাই এই ফালে আহিব লাগিছে।

( গীত গাই গাই ভৰলু জল-কুঁৱৰী আহে )

ভৰলু

১১। ভৈৰৱী—একতালা

নিজানৰে পৰা অসীমক বিচাৰি,
আহিছোঁ নামি ধৰণীলৈ।

পুণ্য পৰশে শীতলাওঁ ধৰা,
কুলু কুলু স্বৰে যাওঁ বৈ ॥
সৌদূৰণিৰ গিৰিমালাই
অসীমৰ ফালে চকুঃঘূৰায় ;
জুৰ সন্ধিয়াৰ, সোণালী সূৰুযে
অসীম বিচাৰি ফুৰিছে গৈ ।
অফুট বাতৰি আনে সমীৰণে,
শিহৰণ উঠে বন উপবনে ;
ফুলৰ পাহিত সি বাতৰি পাই
ঢউ নাচি উঠে আকুল হৈ ॥

কোঁৱৰ, মই মহাতপা বশিষ্ঠ ঋষিৰ কন্যা ভৰলু। মোৰ লগতে সন্ধ্যা, ললিতা, কান্তা—এই তিনি গৰাকী মোৰ যমজ ভনী, আৰু দখিণৰ পৰ্ব্বতমালাৰ পৰা কলচী, ডিগাৰু, শিঙৰী আদি নৈৰ জল-কুঁৱৰীসকল কৰ-ভাৰ লৈ আপোনাৰ বাহৰতে আছেহি। আমিও কোঁৱৰৰ সাগৰ-যাত্ৰাৰ লগৰী হবলৈ আহিছোঁ।

## লুইত কোঁৱৰ

পুণ্যৱতী ভৰলু কুঁৱৰী, বৰ সন্তোষৰ কথা। তোমালোক বাহৰতে জিৰোৱাঁগৈ। উত্তৰফালৰ জল-কুঁৱৰীসকল আহিলেই আমি ইয়াৰ পৰা ভটিয়াম।

( ভৰলুৱে প্ৰণাম কৰি যায় )

**কুঁৱৰা**

কোঁৱৰ, উত্তৰফালৰ পৰা মধুৰ সঙ্গীত ওচৰ চাপি আহিছে; কোনোবা জল-কুঁৱৰী আহিব পায়।

( গীত গাই গাই জল-কুঁৱৰী আহে )

## চাউল-খোৱা

১১। টোটয়—দাদৰা

আকাশৰ ফুলনিতে, কোনে নো ফুলালে ফুল?
ৰূপালী পাহেৰে মউ, শুৱনী তৰাৰে ফুল॥
দখিণৰ মলয়া বয়, ৰিবি ৰিবি ৰিবি কই
জোনৰে জোনাকে হাঁহে, হিয়া মোৰ উগুল-থুগুল॥
আকাশী ছবিৰে ছাঁয়া নইৰে বুকুতে নাচে;
নাচোনৰ চেৰে চেৰে, ঢউ নাচিছে তুলু বুল্॥
আঁধাৰৰ আঁচলতে, পোহৰৰ চিকিমিকি;
ফুলৰে সুগন্ধ ভাহে, মেদিনী আমোল মোল॥

কোঁৱৰ, মই চাউল-খোৱাৰ জল-কুঁৱৰী; লগত কালদীয়া, টিঙ্গু, বৰলীয়া আদি নৈৰ জল-কুঁৱৰীসকলক লৈ উত্তৰৰ পৰ্ব্বতমালাৰ পৰা আহিছোঁ, আপোনাৰ সাগৰ-যাত্ৰাৰ সঙ্গিনী হবলৈ। আৰু মোৰ লগত আহিছে মোৰ পাগলী ভনী পাগলাদিয়া কুঁৱৰী। মোৰ লগৰীয়া কুঁৱৰীসকল বাহৰতে জুৰাইছেহি। কিন্তু মোৰ পাগলী ভনীটিয়ে ক'তো শাঁতিৰে নাথাকে। সৌৱা, তেওঁ আউলী বাউলী হৈ নাচি নাচি গীত গাই কোঁৱৰৰ চ'ৰাৰ ফালেই আহিছে।

( নাচি বাগি গীত গাই পাগলাদিয়াৰ জল-কুঁৱৰী আহে )

# পাগলাদিয়া

## ১২। নট ভাটিয়ালী—কাহাৰৱা

অ' অ' এ এ তৰা, যাওঁ সাগৰলৈ ;
যাওঁ কি নাযাওঁ নাযাওঁ কৰি যাওঁ সাগৰলৈ,
তৰা, যাওঁ সাগৰলৈ ॥ ধ্ৰুং ॥

পাৰৰে বিৰিখ অ' তৰা, যাওঁ সাগৰলৈ,
হাককে নিদিবা, অ' তৰা, যাওঁ সাগৰলৈ,
নহলে তুলি, বুকুত বান্ধি যাম গৈ লগত লৈ
তৰা, যাওঁ সাগৰলৈ ॥ ১ ॥

বনৰে চৰাই, অ' তৰা, যাওঁ সাগৰলৈ,
লগতে নাহিবা অ' ত'ৰা যাওঁ সাগৰলৈ,
আহিলে কান্দিব গছে পাতে, বনৰে হব বিলই
তৰা, যাওঁ সাগৰলৈ ॥ ২ ॥

কুলু কুলু কুল্, অ' তৰা যাওঁ সাগৰলৈ,
পানী তুলু বুল্, অ' তৰা যাওঁ সাগৰলৈ
কুলু কুলু কুল্, পানী তুলে বুল্, যাওঁ যাওঁ কুলু কুল্ বই
তৰা, যাওঁ সাগৰলৈ ॥ ৩ ॥

(চেও ধৰি) কোন দূৰণিত সাগৰ আছে ?
ক'ত আকাশৰ পোহৰ নাচে ?
যেনি তেনি যাওক নেথাওক
বাতৰি নলওঁ তাৰ ;
বাৰু, কেনি সাগৰৰ পাৰ ?

**চাউল-খোৱা**

ভনীটি, এখেতেই লুইত কোঁৱৰ, সকলোবিলাক জল-কুঁৱৰীক লৈ সাগৰলৈ যাব। আমিও কোঁৱৰৰ লগতে যাম।

**পাগলাদিয়া**

লুইত কোঁৱৰ, লুইত কোঁৱৰ, একেটি আমাৰ বাট ;
একেলগে গৈ আমি পৰিম সাগৰৰ গাত ;
জিৰাম সেই নীল পানীৰ ছাঁ-ত।

**লুইত কোঁৱৰ**

(হাঁহি) জল-কুঁৱৰী, আমাৰো সেই একেই উদ্দেশ্য। কুঁৱৰা, আমাৰ বাহৰ তুলিবৰ বেলি হ'ল। জল-কুঁৱৰী সকলেৰে আমিও যাত্ৰাৰ আয়োজন কৰোঁগৈ আহাঁ।

(লুইত কোঁৱৰ আৰু কুঁৱৰা যায়)

**পাগলাদিয়া**

(পুনৰ গীত)

কুলু কুলু কুল্ অ' তৰা যাওঁ সাগৰলৈ ;
পানী তুলে বুল্ অ' তৰা যাওঁ সাগৰলৈ ;
কুলু কুলু কুল্ পানী তুলে বুল্, যাওঁ কুলু কুল্ বই
তৰা, যাওঁ সাগৰলৈ ॥

# পাঁচ

## বিলাসীপাৰাৰ ওচৰৰ বাহৰ

( লুইত কোঁৱৰ, কুন্দৰা আৰু জল-কুঁৱৰীসকল লাহে লাহে সোমাই আহে )

### কুন্দৰা

এই খনিয়েই মহাসতী বেউলাৰ সতীত্বৰ জ্যোতিমণ্ডিত দেশ। সৌ উত্তৰৰ টিলাটোৱেই লখীন্দাৰৰ মেৰঘৰ; ইপিনে সৌ পানী যুঁৱলিলৈকে নামি অহা টিলাটোকে 'চান্দোৰ ডিঙ্গা পৰ্ব্বত' বোলে। দেশ বিদেশত বণিজ বেহাই অগণন ধনৰত্ন লৈ ইয়াতেই চান্দো সদাগৰে ডিঙ্গা বান্ধিছিলহি। এই অঞ্চলৰ প্ৰতি ধূলিকণাটিয়েই সতী কুঁৱৰীৰ পদৰেণুৰে পৱিত্ৰ হৈ আছে।

### লুইত কোঁৱৰ

এই সতী সাধ্বীৰ দেশখনি জগতৰ মহাতীৰ্থ। জল-কুঁৱৰীসকল, মহাসতীৰ উদ্দেশ্যে প্ৰণাম জনাই উৰুলি জোকাৰ দিয়াহক।

( লুইত কোঁৱৰ আৰু কুন্দৰাই হাত যোৰকৈ প্ৰণাম কৰে; জল-কুঁৱৰী সকলে উৰুলি দিয়ে )

( দূৰৈত গুৰু-গম্ভীৰ সুৰ বাজে; লগে লগে বৰদৈচিলাই ঘূৰি নাচি নাচি গীত গাই আহে )

### বৰদৈচিলা

১৩। পাহাড়ী ভাটিয়ালী—দাদ্ৰা

ডাৱৰে দূৰতে মাতিলে গুৰু গুৰু গুৰু গুৰু।
নাচি বাগি আহিছোঁ মন কৰে উৰোঁ উৰোঁ॥

( মোৰ ) আঁচল খনি উৰি যায়, সকলোকে উৰুৱাই,
নেমানো একোকে বাধা, য'তে ত'তে উৰি ফুৰোঁ ॥
বিৰিখে দোঁৱায় শিৰ, পাখি সৰে পখিলীৰ
( মোৰ ) এচাটি আঁচলৰ বা-তে হিয়া কঁপে ঢুৰু ঢুৰু ॥

## লুইত কোঁৱৰ

আমাৰো লগৰীয়া এটাইবিলাক থূপ খাইছেহি; অলপতে সাগৰ পামগৈ।

## কুন্দ্ৰৰা

ৰৰদৈচিলা, বিহু খাবলৈ যাবা হয়, বাটত যেন একো বিঘিনি নঘটোৱা।

## জল-কুঁৱৰীসকল

## ১৪। বিয়াৰ নামৰ সুৰ

ৰৰদৈচিলা, সাগৰৰ বতৰা ক'তেনো পালা ?

আয়েৰাৰ ঘৰতে ৰৰদৈচিলা,
বিহুকে খোৱাগৈ ৰৰদৈচিলা,
খোপাতে পিন্ধিবা মালতীৰ মালা
লখিমী ছোৱালী, ৰৰদৈচিলা।
ঘৰৰ জীয়াৰীয়ে ৰৰদৈচিলা,
পীবা পাৰি থ'ব, ৰৰদৈচিলা,
তেল লৈ কাঁকৈৰে ৰৰদৈচিলা
চুলি আঁচুৰিবা অ' ৰঙিলা ॥

বাটতে বিঘিনি, বৰদৈচিলা।
একো নঘটাবা, বৰদৈচিলা।
ঘৰ-গছগছনি এৰি থৈ যাবা,
শাঁতিৰে যোৱাগৈ বৰদৈচিলা ॥

**বৰদৈচিলা।**

জল-কুঁৱৰীসকল, আয়ে মোলৈ বাট চাই আছে চাগৈ; মই যাওঁ। কোঁৱৰ! আপোনাৰ সাগৰ যাত্ৰা জয় জয় ময় ময় হওক।

( বৰদৈচিলা যায় )

( দূৰৈত আকৌ সঙ্গীত ধ্বনি, গীত গাই নাচি নাচি নেতাই জল-কুঁৱৰী আহে )

**নেতাই**

১৫। ছায়া নাটিকা—কাৱালী

লাহৰী লতাৰ পাতে ফুলে,
সুৰভি ঢালে, মলয়া বতাহে।
পাখীত সানি, ফুলৰ ৰেণু,
ৰঙিলী পখিলী হাঁহে ॥
নীল আকাশত মেঘৰ ছবি,
উলাহে নাচিছে সউ;
পাতৰে মাজতে ফুলে,
যাচিছে সুৰদী মউ।
বনৰে হিয়াতে আজি সৰগী অমিয়া ভাহে।
আদৰে অৰুণৰ কিৰণ, শুৱনী পদুমৰ পাহে ॥

কোঁৱৰ, মই নেতাইৰ জল-কুঁৱৰী। মহাসতী বেউলাৰ দেশৰ উত্তৰ ফালৰ মানাহ, চম্পাৱতী, সৰলডাঙ্গা, সোণকোষ, গদাধৰ আৰু দখিণ ফালৰ জিঞ্জিৰাম, জিনাৰী, দুধনৈ, কৃষ্ণা আদি নদ-নদী আৰু নিজৰা বিলাকৰ জল-কোঁৱৰ, জল-কুঁৱৰী সকলক লগত লৈ কোঁৱৰৰ সাগৰ-যাত্ৰাৰ লগৰীয়া হবলৈ আহিছোঁ। আমাৰ প্ৰণাম গ্ৰহণ কৰক।

**কুন্দৰা**

এই গৰাকী সতী লখিমীৰ সহায়তেই সতী ৰাণী বেউলাই কালী-নাগৰ দংশনত মৰা স্বামীৰ জীৱন পুনৰ ঘূৰাই পাইছিল। এওঁৰ আৰু এওঁৰ শিক্ষা পোৱা বেউলা সতীৰ অনুপম নাচোনত সন্তুষ্ট হৈ উমানন্দাধিপতিয়ে লখীন্দাৰৰ জীৱন দান কৰে।

**লুইত কোঁৱৰ**

পুণ্যৱতা সতী নেতাই কুঁৱৰী, তোমাৰ দৰশন পাই মই ধন্য হলোঁ। আমাৰ এই অভিযানৰ অন্ত পৰিলহি, জল-কুঁৱৰীসকল, আমি শুভযাত্ৰা কৰি এতিয়া সাগৰমুৱা হে হব লাগে। (দূৰৈত সঙ্গীত ধ্বনি শুনি) সোৱা শুনা, সুন্দৰ অসীমৰ চিৰসুন্দৰ আৱাহন।

**কুন্দৰা**

প্ৰকৃতিৰ লীলাভূমি পুণ্যময় অসম দেশৰ পৰ্ব্বতে কাননে আকাশে পৱনে 'লুইত কোঁৱৰৰ অভিযান' সদায় প্ৰতিধ্বনিত হৈ থাওক। চৰাই-চিৰিকতি, নৈ-জুৰি এটায়ে লুইত কোঁৱৰৰ এই অভিনৱ অভিযান চিৰকাললৈ গাই থাওক।

## লুইত কোঁৱৰ

প্ৰকৃতিৰ বীণাত অসীমৰ আৱাহনীৰ মধুৰ ৰাগিণী বাজি উঠক; পৃথিবী ফল-ফুল ধন-ধানেৰে ভৰপূৰ হওক। জগতত সুখ-শান্তি চিৰস্থায়ী হওক; ধৰা মধুময় হওক, পুণ্যময় হওক।

সকলোৱে

লুইত কোঁৱৰৰ জয় হওক! (সকলোৱে উৰুলি দিয়ে, দূৰৈত শঙ্খ, ঘণ্টা, ৰৰকাঁহ, মন্দিৰা আৰু ডবা বাজে—এজনা জল-কুঁৱৰীয়ে গীত লগাই দিয়ে, আন বিলাকে লগে লগে গায় আৰু তালে তালে খোজ পেলাই লুইত কোঁৱৰক প্ৰদক্ষিণ কৰে)

### জলকুঁৱৰীসকলৰ সামৰণি গীত

### ১৬। বিয়ানামৰ সুৰ

যাম বই—লুইতৰ লগতে
যাম বই—সাগৰৰ বুকলই,
দূৰণিত—গহীনাই সাগৰে মাতেহে ॥ ১ ॥
বই যায়—মলয়াৰে চাটি,
বই যায়—তাৰে ৰেখা এটি
কুলুকই—ঢউ নাচি নাচি আহে হে ॥ ২ ॥
ভৈয়ামৰ—বলুকা পাৰৰে
ফুলেৰে—ফুল কুঁৱৰীয়ে,
ফুলি ঐ—ৰূপহী জেউতি পাতেহে ॥ ৩ ॥

(পুনৰায় উৰুলি দি লুইত কোঁৱৰ আৰু কুৰুৱাক আগত লৈ জল-কুঁৱৰী-সকলৰ লয়লাস গতিৰে প্ৰস্থান।)

আঁৰ কাপোৰ।

[ শিশু-নাট ]    [ তৃতীয় স্তবক ]

# সুৰ-বিজয়

প্ৰথম তাঙৰণ—যোৰহাট ১৮৫৬ শক
প্ৰকাশক—স্বৰ্গীয় জিতেন্দ্ৰ কুমাৰ দাস, যোৰহাট
দ্বিতীয় তাঙৰণ—শ্বিলং ১৮৮৫ শক
প্ৰকাশক—শ্ৰীবিচিত্ৰনাৰায়ণ দত্ত বৰুৱা, বি-এল, গুৱাহাটী

# সুৰ-বিজয়

## নাটৰ ভাৱৰীয়াসকল

**ৰাগসকল—**

ভৈৰৱ—নটৰাজ, ৰাগ-সম্ৰাট

শ্যাম—ভৈৰৱৰ প্ৰধানমন্ত্ৰী

আসোৱাৰী—এটি মুখ্য ৰাগ, ভৈৰৱৰ সেনাপতি

ৰামগিৰি—ভৈৰৱৰ পুত্ৰ, আন এটি মুখ্য ৰাগ

অহিৰ—এটি মুখ্য কিন্নৰ ৰাগ, ভৈৰৱীৰ প্ৰধান অনুচৰ

মান্নুৰ—আন এটি ৰাগ, ভৈৰৱীৰ কটকী

বৰো-কৌ—এটি খেমেলীয়া বৰো সুৰ

মল্লাৰ—এটি মুখিয়াল বিদেশী সুৰ

প্ৰমথ ৰাগসকল—ভৈৰৱৰ অনুচৰ

কিন্নৰ ৰাগসকল—ভৈৰৱীৰ অনুচৰ

**ৰাগিণীসকল—**

ভৈৰৱী—ৰাগিণী-সম্ৰাজ্ঞী

জয়ন্তী—এটি মুখ্য কিন্নৰী ৰাগিণী ; ভৈৰৱীৰ প্ৰধানা সহচৰী

দেওধনী—মূৰ্ত্তিমতী কামৰূপী দেৱ নৃত্যকলা

কিন্নৰসকল—ভৈৰৱীৰ সহচৰী ৰাগিণীসকল

# নান্দী

( ১ )

লোৱাঁ উপহাৰ—মৰম সনা,
আজি শুভ লগনে।
আদৰে যাচিছোঁ, সাদৰ বাণী
শুনাহে হৰষ মনে॥
ধূপ-ধূনা সুবাস উঠিছে ভৰি,
তুলিছোঁ কুসুমৰাজি যতন কৰি,
দীপ জ্বালি গাঁথিছোঁ আলোকমালা
চোৱাঁহে দুনয়নে॥
বন্দন-গীতি গায় মন-বিহগী,
সুৰৰ মাধুৰী আজি উঠিছে জাগি,
লোৱাঁ উপহাৰ, আজি ইদিনে,
লোৱাঁহে তুলি যতনে॥

# সুৰ-বিজয়

## প্ৰথম ঝঙ্কাৰ

### তান এক—নাটকাচলৰ বননিত

[ দূৰৈত মুৰলীৰ আলাপ—আলাপৰ অন্তত গীত গাই গাই কিন্নৰ অহিৰৰ প্ৰবেশ ]

**কিন্নৰ অহিৰ**

( ২ ) দিহা অহিৰ—মৃদু ত্ৰিতালী

**( ঘোষা )**

মুৰলী বজায় হে, মুৰলী বজায়।
ভৈয়ামতে মাতে তাৰে ফুৰে ৰিঙিয়াই॥

**( পদ )**

অৰণ্যৰে মইনা পখী ডিঙি ভাঙি চায়,
মুৰলীৰে মাতে শুনি কিৰিলি বজায়।

ৰাগিণী-সম্ৰাজ্ঞী ভৈৰৱী দেৱীয়ে শোণিতপুৰত ৰাগ-ৰাগিণীৰ বিলাস-মন্দিৰ সজাই আঁতালে। সেই মন্দিৰ উদ্বোধন কৰিবলৈ আমাৰ ৰাগ-সম্ৰাট ভৈৰৱক হেনো জনাব লাগে মই। সম্ৰাটে

সিফালে কামৰূপৰ চিত্ৰাচলত হেনো সুৰৰ এটি কোঁঠ সজোৱাত ব্যস্ত। সুৰৰ কোঁঠ অন্ত নহলে আমাৰ সম্ৰাট জানো আহিব ?

( দূৰৈত পাহাড়ী জয়ন্তীৰ আলাপ—অহিৰে কাণ পাতি শুনি )

সেয়া ভনীটি জয়ন্তীৰ মাত ! এই অসময়ত পৰ্ব্বতৰ পৰা জয়ন্তী বননিলৈ নামি আহিছে কিয় ? মোৰ পাগলী ভনী !—"ক্ষণে হাসে, ক্ষণে কান্দে, ক্ষণে মূৰ্চ্ছা যায়"। অলপ আঁতৰি থাকোঁচোন বাৰু। ( আঁতৰে )

( কিন্নৰী জয়ন্তীৰ লয়লাস গতিৰে নাচি নাচি গীত গাই প্ৰবেশ )

**কিন্নৰী জয়ন্তী**

( ৩ ) পাহাড়ী জয়ন্তী—কাহাৰৱা

পৰ্ব্বতৰে খোপা ভৰি মেঘৰে থুপি,
খেলে বিজুলী তাতে।
বৰষুণ বাণে তাৰ সজল হিয়া
নাচে গাজনিৰ মাতে॥
কালিন্দী শিলনি বেৰি মেঘৰে চাটি,
নিজৰি বাগৰি যায় নিজৰাটি,
চন্দন গছতে ধৰে ময়ুৰে চালি,
জুৰ লৈ মেঘৰ ছাঁ-তে॥

( কিন্নৰী জয়ন্তীৰ গীতৰ অন্তত কিন্নৰ অহিৰৰ প্ৰবেশ )

অহিৰ

কু-উ-উক্, ভা-আ-আ! মোৰ ভনীটিনে কোন! মোৰ ভনী জয়ন্তী নহলে নো এনে সুললিত গীত গাই এই বননিখন ৰঞ্জন্-জনা কৰিব কোনে! পিছে ভনীটি! ৰাতিপুৱাই ওলালিহি দেখোন?

জয়ন্তী

ককাইটি! তোমাৰ ভনীয়েৰালৈ মৰম দেখিলোঁহে তেও। সম্রাজ্ঞীৰ আজ্ঞাত চিত্ৰাচললৈ যোৱাৰ আগেয়ে মোক মাত লগাব নোপোৱাানে বাৰু? এয়েহে ভনীয়েৰালৈ মৰম!

অহিৰ

খং নকৰিবি, মোৰ লখিমী ভনীটি! খং নকৰিবি। তই থাক মহাৰাণীৰ অন্তেষপুৰত ৰাগিণীসকলেৰে। মই থাকোঁ বাহিৰৰ দৈউৰিত পালি-ৰাগবোৰৰ লগত। মহাৰাণীৰ যিহে দিহা!—কোনো ৰাগ-ৰাগিণীৰ অসময়ত দেখা-দেখি হবৰ উপায় নাই। কালি আবেলি গৌৰীয়ে মহাৰাণীৰ আজ্ঞা জনালেহি যে আজি প্ৰত্যুষতে মই চিত্ৰাচললৈ ৰাওনা হব লাগে। সেই মতেই ততাতৈয়াকৈ ওলাই আহিলোঁ। পিছে, আবেলি পৰতহে তোৰ ওলাবৰ কথা; এই অসময়তনো আহিলি কেনেকৈ?

জয়ন্তী

মহাৰাণী ভৈৰৱী দেৱীয়ে কিছুমান ৰাগিণীৰ ওপৰত ধৰা-বন্ধা নিয়ম নথটায়। মোৰ ওলোৱা সময় আবেলিহে। পিছে কেতিয়াবা ৰাতিপুৱাও ওলাব পাৰোঁ। আজি তোমাক মাত লগাবলৈহে বননিলৈ ওলাই আহিলোঁ।

**অহিৰ**

বৰ ভাল কৰিলি, মোৰ সাদৰী ভনীটি! বৰ ভাল কৰিলি। যাবৰ সময়ত যে তোৰ মুখখনি দেখি যাবলৈ পালোঁ, বৰ সন্তোষৰ কথা হ'ল। এতিয়া মোৰ যাবৰ সময় হ'ল। সৌ দূৰৰ তিনিমুনি বাটত মোৰ কাৰণে উত্তৰী বা-ৰ ৰথ বৈ আছে। তই অস্তেষপুৰলৈ যাগৈ ভনীটি; মই চাই থাকোঁ।

( গীত গাই গাই কিন্নৰী জয়ন্তী যায় )

**জয়ন্তী**

কালিন্দী শিলনি বেৰি মেঘৰে চাটি,
নিজৰি বাগৰি যায় নিজৰাটি;
চন্দন গছতে ধৰে ময়ূৰে চালি,
জুৰে লৈ মেঘৰে ছাঁ-তে!

**অহিৰ**

( জয়ন্তীৰ ষোৱা ফাললৈ চাই ) মোৰ পাগলী ভনীটি ঐ! যেনিয়ে যায় গীতে নাচে জয়-জয় ময়-ময় কৰি যায়। নহলেনো জয়ন্তী নাম কেনেকৈ হব? যাওঁ। সৌৱা উত্তৰী বা-ই খদম্-দম্ লগাইছে।

( জয়ন্তীৰ প্ৰস্থান; গীত গাই গাই যাবলৈ ধৰে )

## অহিৰৰ গীত

চাৰিপাশে ঘাঁহনিতে উৰি ফুৰে জিঞা,
লাস-বেশে নাচে মেলি পাখি পাতলীয়া;
মুৰলী বজায় হে—॥

( অহিৰৰ প্ৰস্থান )

# প্ৰথম ঝঙ্কাৰ

## তান দুই—চিত্ৰাচলত

[ আসোৱাৰীয়ে হাতত ত্ৰিশূল লৈ পাদচাৰণা কৰি গীত গাই থাকে ]

### আসোৱাৰী

( ৪ ) দিহা আসোৱাৰী—মধ্যমান

কিনো সুৰে বান্ধি গীত,
কিনো মানে গোৱা সুললিত হে ॥ ধ্ৰু ॥

**পদ**

আকাশতে মেঘে গাজে—উদাৰা গম্ভীৰ।
ধৰাতে গছৰে পাতৰ মুদাৰা ঝিৰ্ ঝিৰ হে ॥ ১ ॥
তাৰাতে সমিল কৰি নানা পখী গায়।
বায়ুৰ সোঁতত পৰি সুৰ বিয়পায় হে ॥ ২ ॥

ৰাগ-সম্ৰাট নটৰাজ ভৈৰৱৰ এই বিনন্দীয়া বিশাল কামৰূপ সাম্ৰাজ্য। পূবে চীন সমুদ্ৰ, পছিমে কৰতোয়া, উত্তৰে কুঞ্জগিৰি বুকত লৈ গিৰিৰাজ হিমালয়, দক্ষিণে মহাসাগৰ, এনে ৰাগ-সাম্ৰাজ্যৰ মনোৰম সৃষ্টি বিধাতাই আৰু ক'তো কৰা নাই। ইয়াত ছয় ঋতুৱেই মৃদু-মধুৰ; ইয়াত বসন্তৰ মহা পয়োভৰ। এই কামৰূপ সাম্ৰাজ্যৰ আকাশ-পাতাল, পৰ্ব্বত-ভৈয়াম, নদ-নদী, নগৰ-বননি সঙ্গীতেৰে ভৰপূৰ। ৰাগ-ৰাজ ভৈৰৱৰ নিখুঁত শাসনৰ তলত সমুদয় ৰাগ-ৰাগিণীয়ে নিৰূপিত সময়ত নিজৰ নিজৰ কাম কৰি অবিৰাম শান্তি আৰু বিমল আনন্দত কাল কটাইছে। আমাৰ সম্ৰাটে বছৰৰ তিনিমাহ নাটকাচলত কটায়। বাকীখিনি সময় চিত্ৰাচলত ৰাগ-

প্ৰমথসকলেৰে বাস কৰে। এতিয়া শুনিছোঁ মহাৰাণী ভৈৰৱী দেৱীয়ে হেনো শোণিতপুৰত এটি ৰাগসকলৰ বিলাস-মন্দিৰ সজাইছে। সেই মন্দিৰ উদ্বোধন কৰিবলৈ যদি আমাৰ সম্ৰাট যায় আৰু দয়াকৈ যদি আমাকো নিয়ে, আমিও নাটকাচলৰ কিন্নৰ-কিন্নৰীসকলৰ অমৰা নৃত্যপুৰীত আনন্দ উপভোগ কৰিবলৈ পাম।

( দূৰৈত গুৰু-গম্ভীৰ সুৰেৰে ভৈৰোঁ আলাপ )

( কাণ পাতি ) সেয়া, আমাৰ সম্ৰাটৰ গুৰু-গম্ভীৰ দ্বিকণ্ঠ সুৰ। সম্ৰাট এইফালেই আহিছে ; মই সপ্তম হৈ পহৰা দিব লাগিল।

( উদাৰা গ্ৰামত গীত গাই গাই ভৈৰৱৰ লাহে লাহে প্ৰৱেশ ; দূৰৈত সেই সুৰৰ প্ৰতিধ্বনি )

## ভৈৰৱ

( ৫ ) ভৈৰোঁ—ঝাপতাল।

শৈল-শিখৰ মাজে তৰুণ অৰুণ ৰাজে,
বেণু-বীণা সমলয়ে ৰাগিণী বাজে।
সুৰ-ধ্বনি পৰশিত দিগন্তৰ মুখৰিত,
সুবিমল মনোহৰ মূৰতি সাজে॥
কণ্ঠ বিকশি উঠে সু-তান সুৰ-নাদে,
অপৰূৰ আবেগে মন বিৰাজে ;
সুঠাম দৰশন ৰাগ-ৰাগিণীগণ
বিহৰে কামৰূপ মাজে॥

( আসোৱাৰীয়ে সসম্ভ্ৰমে ভৈৰৱক ওলগনি জনাই থিয় হয় )

ভৈৰৱ

আসোৱাৰী, তুমি চফৰ ফুৰি কেতিয়া আহিলা? ৰাজ্যৰ বা-বাতৰি কি?

আসোৱাৰী

.প্ৰভু! আপোনাৰ বিশাল সাম্ৰাজ্যৰ চাৰিদাঁতি আৰু ভিতৰ প্ৰদেশবো প্ৰায় আটাইখিনি ঠাই চাই এদঁাড়মান পৰৰ আগেয়ে এইখিনি পাই প্ৰভুৰ আদেশলৈ বাট চাই আছোঁহি। ৰাজ্যৰ সকলো দিশ শান্তিময়। ঋতু, সময় অনুযায়ী সকলো ৰাগ-ৰাগিণীয়ে নিজৰ কৰ্ত্তব্য কৰি পৰম শান্তি আৰু আনন্দৰে কাল নিয়াইছে।

ভৈৰৱ

বিদেশৰ কিবা বাতৰি পাইছানে? আৰু বেলি কাশ্মীৰ, গুৰ্জ্জৰৰ পৰা দূত কেজনে প্ৰীতি সম্ভাষণ জনোৱাৰ ছলেৰে মোৰ কামৰূপ সাম্ৰাজ্যৰ ৰাগ-ৰাগিণীবিলাকৰ ৰেহ-ৰূপ চাবলৈ আহিছিল যেন হে লাগে। সেই বাবেহে তেওঁবিলাকক আগ বঢ়োৱাব ছলেৰে আমাৰ ৰাজ্যৰ সীমাৰ বাহিৰকৈ থৈ আহিবলৈ তোমাক কৈছিলোঁ।

আসোৱাৰী

প্ৰভুৰ আদেশ মতে দাসে ৰাগ-সেনা জনদিয়েকক লগত লৈ সেই বিদেশী কটকী সকলৰ গাৰ ছাঁৰ দৰে লাগি গৈ তেওঁলোকক কৰতোয়াৰ সিপাৰকৈ থৈ আহিলোঁ। তেওঁবিলাকে হেনো এতিয়াও নিজৰ নিজৰ দেশলৈ উভটি যোৱা নাই। আমাৰ সীমান্তৰ পৰা অলপ দূৰৈত কলিঙ্গ প্ৰদেশতে আছেগৈ। তেওঁবিলাকৰ গতি-বিধি

চাবলৈ মন্ত্ৰী শ্যাম কোঁৱৰৰ নিৰ্দ্দেশমতে জনদিয়েক ব'ৰাগী কটকী বাগকো ভেশছন্‌কৈ কলিঙ্গলৈ পঠোৱা হৈছে। সিহঁত এতিয়াও উভতি অহা নাই।

### ভৈৰৱ

শ্যামকোঁৱৰ মোৰ উপযুক্ত মন্ত্ৰী। তেওঁৰ বুদ্ধি, মন্ত্ৰণা আৰু দক্ষতাত নিৰ্ভৰ কৰি মই নাটকাচলত থকা দিনকেইটা নিৰুদ্বেগে কটাব পাৰোঁ।

( দূৰৈত অহিৰৰ আলাপ )

সেয়া কোনোবা নাটকাচলৰ কিন্নৰৰ মাত যেন শুনো। সম্ৰাজ্ঞীৰ কোনোবা দূত হে আহিব পায়।

( গীত গাই গাই কিন্নৰ অহিৰৰ প্ৰৱেশ )

### অহিৰ

( ৬ ) শুকনাৰায়ণী অহিৰ—ত্ৰিপটু

পৰ্ব্বতৰ জুৰ পানী ভৈয়ামত কোনে আনি
বোৱালে জিৰ্ জিৰ্ জিৰ্ জিৰ্ কৈ।
সুৰ-মৌ সৰগৰে নিজৰি জৰি পৰে
আল্‌ফুল্ আল্‌ফুল আল্‌ফুল কৈ॥
খাই মৌ মৌ-পিয়া
মাতে মাত অমিয়া,
মৌমাখি গীত যোৰে গুণ্ গুণ্ কৈ;

ধৰণী সুৰে ভৰা,
পাতি কাণ জুৰ কৰা,
থমকি বৈ বৈ থমকি বৈ॥

( গীতৰ অন্তত অহিৰে ভৈৰৱক ওলগনি জনায় )

ভৈৰৱ

অহিৰ ! কি বাতৰি লৈ মহাদেৱী ভৈৰৱীৰ পুৰীৰ পৰা আহিছা ?

অহিৰ

সম্রাট ! প্রভু ! ৰাগিণী-সম্রাজ্ঞীয়ে প্রভুক নিবেদন জনাইছে যে প্রভুৰ নির্দ্দেশ মতে শোণিতপুৰত ৰাগ-মন্দিৰৰ নির্ম্মাণ কার্য্যৰ সমাপতি হ'ল। প্রভু গলেই মন্দিৰ উদ্বোধন কৰা হব। সম্রাজ্ঞীয়ে কিন্নৰ-কিন্নৰী, ৰাগ-ৰাগিণী সকলেৰে নাটকাচলৰ পৰা আহি শোণিতপুৰত প্রভুলৈ অপেক্ষা কৰি আছে।

ভৈৰৱ

অহিৰ, তুমি ইয়াত ক্ষন্তেক জিৰাই-শঁতাই শোণিতপুৰলৈ গৈ মহাদেৱীক জনোৱা গৈ যে আমি কাইলৈ শৃঙ্গগিৰিত থাকিমগৈ, পৰহিলৈ শোণিতপুৰ পামগৈ।

আসোৱাৰী, তুমিও যোৱাঁ; শ্যামকোঁৱৰক ক'বা যে তোমাৰ নেতৃত্বত জনদিয়েক বছা-বছা প্রমথ ৰাগ আমাৰ লগত দিয়ক। লাগতিয়াল সুৰ-সম্ভাৰ লৈ তুমিও সাজু হৈ থাকিবা।

( আসোৱাৰীয়ে ওলগনি জনাই এফালে যায়, ভৈৰৱ আনফালে যায় )

অহিৰ

বহুদিনৰ মূৰত এই চিত্ৰাচললৈ আহিছোঁ। এই ৰম্যপুৰী চাই নগ'লে মোৰ যাত্ৰাই সফল নহব। এবাৰ পুৰীখনত পাক এটি মাৰি শোণিতপুৰলৈ যাওঁগৈ।

( গীত ধৰে )

খাই মৌ মৌ-পিয়া,
মাতে মাত অমিয়া,
মৌ-মাখি গীত যোৰে গুণ্ গুণ্ কৈ,
ধৰণী সুৰে ভৰা,
পাতি কাণ জুৰ কৰা,
থমকি বৈ বৈ থমকি বৈ॥ ( প্ৰস্থান )

## প্ৰথম ঝঙ্কাৰ

### তাল তিনি—শোণিতপুৰৰ মহাভৈৰৱী মন্দিৰৰ মণিকূট

[ গীত গাই গাই ভৈৰৱী দেৱীৰ প্ৰবেশ ]

ভৈৰৱী

( ৭ ) ভৈৰৱী—ঝাপতাল

হাঁহে উষা পূবাকাশে ধৰণী জাগিছে ধীৰে।
সুনিৰ্ম্মল তৰুৰাজি নিশাৰ তুষাৰ নীৰে॥
সজাগ ৰাগ ৰাগিণী,
তোলে সুৰময় ধ্বনি,
জাগৰিত সমীৰণে খেলিছে তটিনী তীৰে॥

নতুনকৈ সজা ৰাগ-মন্দিৰৰ উদ্বোধন উৎসৱ সমাধা কৰিবলৈ ৰাগ-সম্ৰাট এই শোণিতপুৰলৈ আহিব। উৎসৱ উপলক্ষে ৰাগিণী সকলৰ নিৰূপিত সময় ঢিলাই দিয়া হৈছে। ( ৰিঙিয়াই ) ৰাগিণী সকল! উৎসৱৰ আয়োজন কৰিবৰ হ'ল,—আহাঁহক।

( জয়ন্তী আৰু কিন্নৰী ৰাগিণীসকলৰ নৃত্যগীতেৰে প্ৰৱেশ )

**কিন্নৰী ৰাগিণীসকল**

( ৮ ) কামৰূপী ভাটিয়ালী—কাৱালী

মুখত ফুটে গান,
সুৰে তালে ধৰে যে উজান।
সুৰে তালে ধৰে যে উজান—উজান,
ৰওক থমকি সুৰীয়া কাণ॥
বাছি বাছি সুৰ গাঁথি,
সুৰৰ চাকি থলোঁ পাতি,
ৰহণ সনা সুৰত ধৰোঁ,
নতুন সুৰৰ তান—তান,
ৰওক থমকি সুৰীয়া কাণ॥

(গীতৰ অন্তত কিন্নৰী ৰাগিণী সকলে ভৈৰৱী দেৱীক ওলগনি জনাই থিয় হয়)

ৰাগিণীসকল। ৰাগ-মন্দিৰৰ নিৰ্ম্মাণ কাৰ্য্য সমাপতি হ'ল। ৰাগ-সম্ৰাটক এই বাতৰি দিবলৈ কিন্নৰ ৰাগ অহিৰক পঠোৱা হৈছিল।

আজি তেওঁৰ উভতি আহি এইখিনি পাবৰ কথা। ৰাগ-সম্রাটৰ আদৰ-সম্বৰ্দ্ধনাৰ সকলো সম্ভাৰ যুগুত হৈছেনে?

জয়ন্তী

মহাৰাণী! সকলো সম্ভাৰ যুগুত কৰা হৈছে। পুৰী আৰু মন্দিৰ য'ত যেনেকৈ লাগে, বিধে বিধে সজোৱাও হৈছে।

ভৈৰৱী

বৰ ভাল কথা। ৰাগ-সম্রাট নটৰাজে এই পূজা-সম্বৰ্দ্ধনাত সন্তোষ পালে সকলো গৌৰৱ তোমালোকৰহে।

( দুৰৈত কিন্নৰ অহিৰৰ গীত—"মুৰলী বজায় হে" )

জয়ন্তী

সম্রাজ্ঞী! সোঁৱা অহিৰ ককাইটি পালেহিয়েই!

( অহিৰৰ প্ৰবেশ আৰু ভৈৰৱীক ওলগনি )

ভৈৰৱী

অহিৰ! কি বাতৰি আনিছা?

অহিৰ

মহাদেৱী, আপোনাৰ আহ্বান পাই নটৰাজ ৰাগ-সম্রাটে কালি প্ৰমথ ৰাগসকলেৰে যাত্ৰা কৰি আহি বাটতে শৃঙ্গগিৰিত জিৰাইছে। মই আগ-জননী দিবলৈ নিচেই দোকমোকালিতে লৰি আহিছোঁ।

## ভৈৰৱী

অহিৰ, তোমাক ধন্যবাদ! তুমি জিৰাই-শঁতাই ৰাজপুৰীৰ দেউৰীত কিন্নৰ ৰাগসকলৰে সাজু হৈ থাকাগৈ। ( কিন্নৰ অহিৰে ভৈৰৱীক প্ৰণাম কৰি গুচি যায় ) ৰাগিণীসকল! আহাঁ, আমি আগ-বাঢ়ি শৃঙ্গগিৰিৰ পৰা নটৰাজক আদৰি আনোগৈ।

( ভৈৰৱীক আগত লৈ কিন্নৰী ৰাগিণীসকল শাৰী পাতি থিয় হয়। ভৈৰৱীয়ে লগাই দিয়ে, ৰাগিণীসকলে গায় )

### ( ৯ ) আদৰণী গীত—মৃদু ত্ৰিতালী

( জন্মাষ্টমী বৰাৰী গীতৰ সুৰ )

ৰাগৰে ৰথতে উঠি, আহাঁ সুৰ-ৰাজ,
মেলি দিয়া নাটৰে দুৱাৰ!
আনা সুৰ অমৰণ, দিয়া মান অভগন
ভৰি য'ক উছৱৰে পাৰ॥ ধ্ৰু॥

পদ

ফুলেৰে সজোৱা শৰাই কদমে কাঞ্চনে,
ধূপ-দীপে কৰোঁ নিবেদন।
ভোগজৰা ভৰা জল, আমৰ ডালি সুমঙ্গল
উপহাৰে কৰোঁ আৱাহন॥

( সকলোৰে প্ৰস্থান )

## প্ৰথম ঝঙ্কাৰ

### তান চাৰি—মহাভৈৰৱ মন্দিৰৰ দেউৰিত।

[ ভৈৰৱী আৰু কিন্নৰী ৰাগিণীসকলে শঙ্খ ঘণ্টা আৰু পূজাৰ সম্ভাৰ লৈ এফলীয়া হৈ বহি থাকে—তাণ্ডৱ নৃত্য কৰি গীত গাই গাই প্ৰমথ ৰাগসকলৰ প্ৰৱেশ। ]

### প্ৰমথসকলৰ গীত

( ১০ ) তেলেনা—ঝাপতাল।

তাথৈ থৈয়া নাচোন নাচোঁ, খঞ্জৰীতে তালে বাছোঁ॥ ধ্ৰু

পদ

দ্ৰিমিকি নাগাৰাৰ বুলি, শিঙ্গাৰ মাতত যায় খুলি,
যায় খুলি॥ ১॥
চেৰেঙা মিলায় ৰোলে, মৃদঙ্গ ডম্বৰুৰ বোলে,
ডম্বৰুৰ বোলে॥ ২॥
কৰতালৰ অধীৰ গতি, ৰাগ মানৰ গজ গতি,
গজ গতি—॥ ৩॥

( প্ৰমথসকলৰ নৃত্যগীতৰ অন্তত ভৈৰৱ আৰু আসোৱাৰীৰ প্ৰৱেশ; সকলোৱে ভৈৰৱক ওলগনি দিয়ে—ভৈৰৱীয়ে আঠু লৈ ভৈৰৱক পাদ্য অৰ্ঘ দি পূজা আৰু স্তুতি কৰে )

### ভৈৰৱী

স্তোত্ৰ পাঠ

চাৰুচন্দ্ৰহাসং ফলকং দধানং
নিবদ্ধ-কণ্ঠং শশিবদ্ধ-চূড়ং।

গৈৰিকাম্বৰ-বেষ্টিত-গৌৰগাত্ৰং
প্ৰণমামি ভৈৰৱং ৰাজ-ৰাজং ॥

( স্তোত্ৰৰ অন্তত ৰাগিণী সকলে শঙ্খ ঘণ্টা বজায় আৰু উৰুলি দিয়ে )

**ভৈৰৱী** ( থিয় হৈ হাতযোৰকৈ )

**প্ৰভু, নটৰাজ, ৰাগ-সম্ৰাট! আজি সুৰৰাজ্য কামৰূপৰ বৰ গৌৰৱৰ দিন। আপুনি আৰু বেলি মনোৰম ৰাগিণী-পুৰীখনি সজাই এই দাসীৰ নামত 'মহাভৈৰৱী' মন্দিৰ প্ৰতিষ্ঠা কৰিলে। প্ৰভুৱে ৰাজকাৰ্য্যৰ অৱসৰত নাটকাচললৈ আহিলে নৃত্য-গীত উপভোগ কৰি বিশ্ৰাম লভিবলৈ প্ৰভুৰ এখনি বাহৰ সজাবলৈ মোৰ হেপাহ আছিল। এতিয়া আপোনাৰ অশেষ কৰুণা আৰু ৰাগ-ৰাগিণীসকলৰ যত্নত এই মন্দিৰ সজোৱা হৈছে। নিবেদন এই যেন প্ৰভুৰ নামেৰেই এই মন্দিৰৰ নামাকৰণ কৰা হয়। আপোনাৰ বস্তু আপোনাৰ চৰণত অৰ্পণ কৰা হ'ল! প্ৰভুৱে এতিয়া মঙ্গলময় হাতেৰে মন্দিৰৰ দুৱাৰ উদঘাটন কৰক।**

( ৰাগিণীসকলৰ শঙ্খধ্বনি আৰু উৰুলি )

**ভৈৰৱ**

( জাত লগাই দিয়ে ) **বিমল-কমলকান্তি স্বৰ্ণতাড়ঙ্কবৰ্ণে,**
**মুখ-জনিতবিকাশে, পদ্মবক্ত্ৰে, মৃগাক্ষি,**
**পীতবসনে চাৰু-ভূষণে ৰত্নহেম্নি,**
**ৰাগ-ৰাগিণীৰাজ্ঞি ভৈৰৱি ত্বং প্ৰসীদ ॥**

**ৰাগিণী-সম্ৰাজ্ঞী ভৈৰৱী দেৱী, কিন্নৰ কিন্নৰী, ৰাগ-ৰাগিণীসকল আৰু মোৰ প্ৰমথ ৰাগসকল! সঙ্গীত ৰাজ্য কামৰূপৰ শিৰোমণি**

নাটকাচল অঞ্চলৰ গীতে-বাদ্যে-নৃত্যে চিৰানন্দময় এই শোণিতপুৰ অমৰাৱতীতকৈও শ্ৰেষ্ঠ। সুৰৰ প্ৰতিমূৰ্ত্তি গন্ধৰ্ব্ব, কিন্নৰ, যক্ষ, বিদ্যাধৰসকলৰ এই বিলাস-ভূমিৰ সম্ৰাট হৈ মই ধন্য। আৰু মূৰ্ত্তিমতী ৰাগিণী, কিন্নৰী, অপ্সৰাসকলৰ সম্ৰাজ্ঞী ভৈৰৱী দেৱীও গৌৰৱান্বিতা। এতিয়া দেৱীৰ অনুৰোধ মতে এই মন্দিৰৰ নাম আজিৰ পৰা 'মহাভৈৰৱ মন্দিৰ' হওক।

( ৰাগ-ৰাগিণী সকলৰ জয়ধ্বনি—"জয় ৰাগ-সম্ৰাট নটৰাজৰ জয়" "ৰাগিণী-সম্ৰাজ্ঞী ভৈৰৱী দেৱীৰ জয়"—উৰুলি )

এতিয়া মই 'মহাভৈৰৱ' মন্দিৰৰ দুৱাৰ মুকলি কৰি দিলোঁ। ৰাগ-ৰাগিণীসকল, তোমালোকে মন্দিৰৰ ভিতৰত নিজৰ নিজৰ ঠাই লৈ উদ্বোধন উৎসৱত প্ৰাণ ঢালি আনন্দ কৰাগৈহক।

( পুনৰায় জয়ধ্বনি, ঘণ্টা, শঙ্খধ্বনি আৰু উৰুলি )

( ভৈৰৱে মন্দিৰৰ দুৱাৰ ছোৱা মাত্ৰেই পট পৰিবৰ্ত্তন হৈ মন্দিৰৰ অভ্যন্তৰ ওলায় )

## পট পৰিবৰ্ত্তন—মন্দিৰৰ অভ্যন্তৰ।

[ ভৈৰৱ সিংহাসনত বহে, ভৈৰৱী ওচৰতে আন এখন আসনত বহে। এফালে কিন্নৰী ৰাগিণীসকল আঠু লৈ বহে; আনফালে কিন্নৰ আৰু প্ৰমথ ৰাগসকল বীৰাসনত বহে। ]

### ভৈৰৱ

সম্ৰাজ্ঞী! উদ্বোধনৰ কাম শেষ হ'ল। এতিয়া মহোৎসৱৰ নৃত্য-গীত কৰিবলৈ কিন্নৰী ৰাগিণীসকলক অনুৰোধ কৰা হওক।

ভৈৰৱী

কিন্নৰী সকল! প্ৰভুৰ আদেশমতে তোমালোকে এই মহৎ অনুষ্ঠানৰ উপযোগী নৃত্য-গীত কৰাহক।

কিন্নৰী ৰাগিণীসকল

(১১) মিশ্ৰ ভটিয়ালী—কাৱালী

উঠে মোহন বাদন বাজি।
কল কণ্ঠ ভৰি উঠে গীতি ধাৰা আজি॥
সপোনৰ ছাঁয়াময়ী সুৰবাহিনী—
ৰূপময়ী ছবি আজি যতেক ৰাগিণী,
যায় সুৰ-তৰঙ্গে ভাহি,
বিবিধ ছন্দে আজি॥

ভৈৰৱ

দেৱী, ৰাগিণী-সম্ৰাজ্ঞী! কিন্নৰী ৰাগিণীসকলৰ বীণা-বিনিন্দিত গীতৰ সুৰত আজি ঋতুৰাজ বসন্তৰ শোভা-সম্ভাৰ শোণিতপুৰত আৱিৰ্ভাৱ। সেই বসন্ত এই পুৰীত চিৰস্থায়ী হওক। (ৰাগিণীসকলে আৰু ভৈৰৱীয়ে ভৈৰৱক ওলগনি দিয়ে) ৰাগিণীসকল! অফুৰন্ত সুৰ-সৌন্দৰ্য্যৰ আৰু এফেৰিমান আমাক উপভোগ কৰিবলৈ দিয়াহক।

(কিন্নৰীসকলৰ পুনৰায় নৃত্য-গীত)

সঙ্গীত উঠে কত ৰূপ-ৰসে,
সুবাসিত গন্ধে, মধুৰ পৰশে,
গীতি-তাল-লয়-তালে-মানে,
নিনাদিতা ধৰণী আজি।

ভৈৰৱ

উত্তম, অতি উত্তম। ( দূৰৈত মাহুৰৰ আলাপ আৰু গীত—"দূৰণিৰে ৰাগ……" ) সেয়া আমাৰ মাহুৰ কটকীৰ মাত নহয় নে? তেওঁক বিদেশৰ ৰাগ-ৰাগিণীসকলৰ বুজ-বাতৰি লবলৈ পঠাইছিলোঁ। কিবা বিশেষ বাতৰি আনিব পায়।

( মাহুৰৰ গীত গাই গাই প্ৰবেশ )

## মাহুৰৰ গীত

( ১২ ) মাহুৰ মিশ্ৰ—কাহাৰৱা

দূৰণিৰে ৰাগ, দূৰণিৰে জাত
সমদলে সাজি আহে বেৰি, ঐ আহে বেৰি!
আপোনাৰ ৰাগতে, আপুনি ভৰপুৰ
দূৰণিৰ কথাকে পাহৰি, ঐ আহে বেৰি॥
সুৰৰ চুপহি মেলি সুৰবোৰ আহে বেৰি
মৌ কোঁহ সুৰৰে বিচাৰি;
সমাজিক ভাগি যায় গীত-মাতে ভৰি যায়,
সুৰ মৌ পৰিছে বাগৰি॥

( গীতৰ অন্তত মাহুৰে ভৈৰৱক ওলগনি জনায় )

ভৈৰৱ

কটকী মাহুৰ! বিদেশৰ কি বাতৰি আনিছা? দূৰণিৰ ৰাগবোৰ সমদলে সাজি অহাৰ কি গীত গালা, কোৱাচোন।

মাহুৰ

( ব্যস্তভাৱে ) প্ৰভু ! কথা বিষম। প্ৰভুৰ আজ্ঞামতে এই দাসে জনদিয়েক প্ৰমথ-ৰাগেৰে সৈতে কলিঙ্গ সোমালোঁগৈ। তাৰ ৰেহ-ৰূপ চাই বুজিলোঁ যে আমাৰ এই বিনন্দীয়া সুৰ-সাম্ৰাজ্যৰ ওপৰত কেতবোৰ বিদেশী সুৰৰ বৰ লোভ। বৰ্ত্তমানে কাশ্মীৰ, গুৰ্জ্জৰ, মদ্ৰ, কলিঙ্গ, বৃন্দাবন, হস্তিনাপুৰৰ এটা সম্মিলিত বাহিনীয়ে কৰতোয়া সীমান্তৰ সিপাৰে ছাউনি পাতিছেহি আৰু কামৰূপ ৰাগ-বাহিনীক যুঁজলৈ আহ্বান কৰিছে। আমাৰ সীমান্ত-ৰখীয়া ৰাগসেনায়ো কোঁঠ পাতি শত্ৰুৰ সমুখত থিয় হৈছেগৈ। এই বাতৰি পাই মহামন্ত্ৰী শ্যামকোঁৱৰে প্ৰভুৰ আজ্ঞা লবলৈ এই দাসক পঠাইছে।

ভৈৰৱ

কি ! বিদেশী ৰাগে মোৰ অজেয় ৰাগ-বাহিনী জয় কৰিবলৈ সাহ কৰে ! মাহুৰ ! কোন বিদেশী সেনাপতিয়ে সুৰ-বাহিনী লৈ মোৰ সীমান্তত ভৰি দিছেহি কব পাৰানে ?

মাহুৰ

প্ৰভু ! বন্দীহঁতে বিশেষ বুজ লৈ জানিব পাৰিছোঁ যে ৰাগ-সেনাপতি সিন্ধুৰ অধীনত গুৰ্জ্জৰৰ সুৰ-সেনা ; কাশ্মীৰৰ মুখ্য ৰাগ ভূপালৰ অধীনত কাশ্মীৰৰ সুৰবোৰ ; মল্লাৰ, কল্যাণ, কেদাৰ, গান্ধাৰ, ললিত আদি সেনাপতি সকলৰ অধীনত নানা দেশৰ সুৰ-সৈন্যবোৰ আহিছে।

ভৈৰৱী

সম্ৰাট ! প্ৰভু ! ৰাগ-সামাজ্যৰ এই আসন্ন বিপদত প্ৰভুৰ আজ্ঞা হলে কিন্নৰ ৰাগ-বাহিনীৰ এটা বাহিনী লৈ মই শত্ৰুৰ বিৰুদ্ধে ৰণ যাত্ৰা কৰিব পাৰোঁ।

ভৈৰৱ

দেৱী! কোনো চিন্তা নাই। মোৰ কামৰূপৰ প্ৰমথ ৰাগ কেইজনমানেই হেলাৰঙ্গে ত্ৰিলোকৰ ৰাগ-ৰাগিণী জয় কৰি আহিব পাৰে। আগৰ দৰেই দেৱীৰ কিন্নৰ-কিন্নৰী ৰাগ-ৰাগিণীসকলে নিজৰ নিজৰ নিৰূপিত সময়ৰ কাম কৰি আনন্দ উৎসৱ চলাই থাকক। ( আসোৱাৰীলৈ চাই ) সেনাপতি আসোৱাৰী! তুমি নিজে এই যুদ্ধ পৰিচালনা কৰিবা। মন্ত্ৰী শ্যামক কবা আমাৰ দাঁতি-কাষৰীয়া বৰো, জয়ন্তা, মণিপুৰ, ব্ৰহ্ম, শ্যাম, আনাম আদি কৰতলীয়া ৰাগ-ৰাজসকললৈ কটকী পাচক। তেওঁলোকে এই ৰণ-সম্ভাৰ আৰু তেওঁলোকৰ এটি ৰাগৰ ফৌজো যুগুত ৰাখক; আৱশ্যক হলে আমাক যোগাব। ( মাহুৰক ) মাহুৰ, তুমিও আসোৱাৰীৰ লগত যোৱা।

( আসোৱাৰী আৰু মাহুৰে ভৈৰৱীক ওলগনি জনাই প্ৰস্থান কৰে। )

ভৈৰৱ

ৰাগিণী সম্ৰাজ্ঞী আৰু ৰাগ-ৰাগিণীসকল! তোমালোকে মই উভটি নাহোঁ মানে ৰাগৰ উৎসৱ চলাই থাকা। মই তুৰন্তে বিদেশী সুৰবোৰক বন্দীকৈ আনি খেলে খেলে ভগাই দিমহি। মোৰ দুৰ্জ্জয় ৰাগ-সেনাৰ আগত বিদেশী সুৰে সৰহ পৰ তিষ্ঠিব নোৱাৰিব!
দেৱী! মই এতিয়া বিদায় লৈছোঁ।

( ভৈৰৱ আসনৰপৰা উঠে। ভৈৰৱী আৰু ৰাগ-ৰাগিণী সকলে ওলগনি জনায় )

**পটক্ষেপণ**

[ প্ৰথম ঝঙ্কাৰৰ লয় ]

# দ্বিতীয় ঝঙ্কাৰ

## তান এক—কৰতোয়াৰ পাৰ

[ মুৰলী তাল মৃদঙ্গ খঞ্জৰী বাম কৰতাল আদি বাদ্যযন্ত্ৰ বজাই গীত গাই কামৰূপী ৰাগ সেনাসকলৰ প্ৰবেশ ]

### ৰাগ সেনাসকল

( ১৩ ) নাট বৰাৰী—ছেপ্‌কা

চাপৰি বজাই যাওঁ তালে ছেৱে।
গাই যাওঁ গীত-মাত জয়ৰৱে ॥ ধ্ৰু ॥
সিঁচৰি পবিব সুৰ বসুন্ধৰী।
যাউতিযুগীয়া হৈ থাকিব ভৰি ॥ ১ ॥
আউলি-বাউলি সুৰ জোঁট ভাঙি দিওঁ।
গীতৰ জালত বান্ধি সুৰবোৰ নিওঁ ॥ ২ ॥

( আসোৱাৰীৰ ব্যস্তভাৱে প্ৰবেশ )

### আসোৱাৰী

ৰাগ সেনাসকল! সৃষ্টিকৰ্ত্তাৰ বিনন্দীয়া সৃষ্টি এই কামৰূপ সাম্ৰাজ্য, ৰাগ-সম্ৰাট ভৈৰৱ আৰু ৰাগিণী-সম্ৰাজ্ঞী ভৈৰৱী দেৱীৰ শাসনৰ তলত এই ৰাগ-ৰাজ্য চিৰকালেই আনন্দময়, সঙ্গীতময়! তোমালোক ৰাগসকল আৰু ৰাগিণীসকলৰ গৌৰৱ মলিন কৰিবলৈ এমুঠি বিদেশী সুৰে কৰতোয়াৰ সিপাৰে ছাউনি পাতি আমাক যুঁজলৈ আহ্বান কৰিছে। ৰাগ-ৰাজ ভৈৰৱৰ আদেশ—আমি ৰাগ সেনা

সকলে আমাৰ অদ্ভুত সুৰ-কৌশলেৰে বিদেশী সুৰবোৰক বন্দী কৰি আনিব লাগে। আৰু মনত ৰাখিবাহক যে বিদেশী সুৰবোৰক আল্‌ফুলকৈ ধৰি ৰাগ-সম্ৰাটৰ ওচৰলৈ নিব লাগিব। পৰম কাৰুণিক ভৈৰৱৰাজৰ এয়ে আজ্ঞা। আমাৰ সুৰ অমৰ হওক! কামৰূপ ৰাজ্য চিৰকাল সঙ্গীতময় হৈ থাকক! নটৰাজ ৰাগ-সম্ৰাটৰ জয় হওক!

(সেনাসকলৰ উচ্ছ্বাস বাণী—"জয় নটৰাজ ভৈৰৱৰ জয়" "জয় ৰাগ-সম্ৰাটৰ জয়")

এতিয়া আহাঁ, আমি নটৰাজৰ জয়-গীত গাই গাই যুঁজলৈ আগবাঢ়োহক।

**ৰাগ সেনাসকল**

ধৰি আনো যত সুৰ আল্‌ফুলকৈ।
গীতে ৰাগে মানে গাওঁ জয়, জয়, জয়॥ ৩
চাপৰি বজাই যাওঁ·········॥

(গীত গাই তালে তালে খোজ দি সকলোৰে প্ৰস্থান)

# দ্বিতীয় ঝঙ্কাৰ

## তান দুই—কৰতোয়া পাৰৰ বনপথ

[হাঁহি হাঁহি বৰো-কৌৰ প্ৰবেশ আৰু গীত]

**বৰো-কৌ**

(জাত লগাই) হিঃ হিঃ হিঃ হিঃ হি!
হাঃ হাঃ হাঃ হাঃ হাঃ!

নাই দেখা ঔ নাই দেখা,
নাই শুনা ঐ নাই শুনা
হিঃ হিঃ হিঃ হিঃ হিঃ
হাঃ হাঃ হাঃ হাঃ হাঃ!

( লয়লাস গতিৰে দেওধনীৰ প্ৰৱেশ )

### দেওধনী

( জাত লগাই ) হাঁহিতে বাগৰি পৰনো কিয় তই? পৰনো কিয় তই? হাঁহিতে বাগৰি পৰ? কিনো কথা আগে ক' ভাঙি পাতি, তাৰ পাছে হাঁহিবি হেৰ।

### বৰো-কৌ

( জাত লগাই ) দেওধনী বাইদেউ, দেওধনী বাইদেউ!
দেওধনী বাইদেউ নে কোন!
ক'ত বাৰু দেখিছা, ক'ত বাৰু শুনিছা
—এনেবোৰ কথা কোৱাচোন।
( হাঁহে ) হোঃ হোঃ হোঃ হোঃ!

### দেওধনী

( জাত লগাই ) হাঁহি থাক, হাঁহি থাক, অকলৈ
বহি ঐ, অকলৈ বহি ঐ।
হাঁহি তোৰ ওৰ নাইকিয়া।
আজৰিকে নাই ঐ, আছে মাথৈ নাচ, আজি
আছে মাথৈ নাচ
সেয়ে কৰোঁ ততাতৈয়া॥

বৰো-কৌ

শুন বাক কওঁ শুন। এই বিদেশৰ পৰা কেতখিনি সুৰ আহি আহি আমাৰ দাঁতি-তুৱাৰৰ কাষত বৰ গণ্ডপ মাৰি সৰ্গদেউ মহাৰাজক যুঁজলৈ মাতিছিল। পিছে আজি নিশা আমাৰ বৰ সেনাপতি আসোৱাৰীয়ে কামৰূপ ৰাগ-সেনাৰ অকণমানি ফৌজ এটাৰে হেলা-ৰঙ্গে সিহঁতক হুকৱাই ভৈৰৱ মহাৰাজৰ চিত্ৰাচল ৰাজপুৰীলৈ ধৰি লৈ গৈছে।

দেওধনী

উ! বিদেশী সুৰবোৰক বন্দী কৰি আমাৰ ৰাগসকলে ধৰি নিছে······

( জাত লগাই ) সেয়ে ইমান হাঁহি তোৰ
সেয়ে ইমান হাঁহি?

বৰো-কৌ

( জাত লগাই হাঁহি ) হি হি হি, হি হি হি—হি হি হি
হি হি হি
হি হি হি, হি হি হি হি ই ইক্।
ঐ হাঁহিৰে কথাৰে ওচৰে চপা নাই
ৰ-চোন ৰ-চোন ৰ।

দেওধনী

( জাত লগাই ) ধেমালি লৈ মোৰ ৰবলৈকে নাই ঐ।
কৱ যদি হেৰ ক॥

বৰো-কৌ

( হাঁহি জাত লগাই )   হি হি হি, হি হি হি   ৰ-ৰ-ৰ-ৰ ॥

দেওধনী

( জাত লগাই )   এই খিনিতে ৰলোঁ হেৰ ক-ক-ক ॥

বৰো-কৌ

শুন্ তেনে কাণ পাতি শুন।—এই ৰাম-ৰাৱণৰ যুঁজ, দেউ-দানৱৰ যুঁজ, কুৰু-পাণ্ডৱৰ যুঁজ, এইবোৰ যুঁজৰ কথা শুনিছ নহয়! এই যুঁজ সেই যুঁজ নহয়। এই যুঁজ ৰাগ-সুৰৰ যুঁজ। সিফালৰ সুৰবোৰে অস্ত্র জোকাৰি থাকোঁতেই আমাৰ ৰাগবোৰে বিদেশী ৰাগবোৰক মালিতা ডোল মাৰি সোপাকে বান্ধি পেলালে। ক'ৰ দপ্-দপ্নি কলৈ গ'ল? এতিয়া আমাৰ ৰাগসেনাই বিদেশী সুৰবোৰক মালিতা ডোলেৰে বান্ধি চিত্ৰাচললৈ টানি নিছে।

দেওধনী

আগ-গুৰি নাই তোৰ খৰা-মুৰা কথা!
যুঁজত আমাৰ অস্ত্ৰনো কি? বিদেশী অস্ত্ৰনো কি

বৰো-কৌ

( জাত লগাই )   বিদেশী অস্ত্ৰৰ ছুটা নাম
মুখত নোলায় কেনেকৈ গাম?
কিবা বোলেনে ছ-ছ-ছ, ছৰদ-গুণ-গুণ-গুণ
আকৌ বোলেনে পাখোৱাজ নে
ফাখোৱাজ—গুম্ গুম্ তাক ধুম্।
আৰু মুখত নোলায় হেৰ।

দেওধনী

বাৰু, বিদেশী অস্ত্ৰৰ নাম আৰু কব নালাগে। আমাৰ ফালৰ নো কি কি অস্ত্ৰ ?

বৰো-কৌ

হেঃ হেঃ হেঃ—আমাৰ ফালৰ ? আমাৰ ফালৰ অস্ত্ৰবোৰ কওঁ শুন—

বাঁহী, মুৰলী, পিপলি, কালি,
চেৰেঙা, দোতোৰা, বীণ, টোকাৰি,
ৰাম-কৰতাল আৰু খঞ্জৰী ॥
ডবা, নাগাৰা, মৃদং, তাল,
বিদেশী সুৰৰ কৰে পয়মাল ॥

দেওধনী

( আচৰিত হৈ ) আচৰিত যুঁজ! পিছে, বিদেশী-ৰাগৰ লগত ৰাগিণীও আহিছিল নহয় ? সিহঁত নো গ'ল কলৈ ?

বৰ-কৌ

কায়াৰ লগত ছাঁয়া। ৰাগবোৰৰ লগে লগে সিহঁতকো চিত্ৰাচললৈ নিছে। পিছে সিহঁতক বৰ আলফুলকৈ দোলাত তুলি নিছে দেই। সিহঁত বতাহতে পমি যোৱা। আমাৰ দেশৰ বতাহ পানীত সিহঁত জাহ যাবগৈ যেন পাইছোঁ। হিঃ হিঃ হিঃ।

দেওধনী

যাওঁ—মাৰৈ নাচৰ বেলি উকলিব লগা হ'ল

বৰো-কৌ

হেৰ বাইটি! দহোকুৰি ঢৌতে খৰ মাৰি তোৰ ছাঁয়া-ডকৰ নাচোনটো দি যা।

দেওধনী

তোৰ মালচী গীতটো ধৰ। মই পাক এটা দি যাওঁ বাক।

( বৰো-কৌৱে চাপৰি বজাই গীত গায়; দেওধনীয়ে তালে তালে নানা ভঙ্গিৰে নাচোন দিয়ে )

( ১৪ ) বৰো-কৌ—দাদ্ৰা

এ গীতৰ ধেনু, ৰাগৰ কাঁড়, তাল মানৰ গুণ—
সুৰৰে ৰথত সাজি কাচি উঠে সুৰ চিকুণ—
ঐ উঠে সুৰ চিকুণ, উঠে সুৰ চিকুণ—
সুৰৰ ৰথত সাজি কাচি উঠে সুৰ চিকুণ ॥ ধ্ৰু ॥
গীতৰ জালৰ চাটি মাৰি সুৰ বোৰক ধৰি।
ৰাগ-মালিতাৰ বান্ধোন বান্ধে অথিৰ-অবিৰ কৰি;
ঐ অথিৰ-অবিৰ কৰি ॥ ১ ॥
মোহ লগায় বীণৰ মাতে মৰম লগায় কালি।
সুৰবোৰে বিসুৰ হৈ লবে হালি-জালি।
ঐ লবে হালি জালি ॥ ২ ॥
এ, তাল পাহৰি বেতাল হৈ ধৰে সুৰ কৰুণ,
আলসুৱা ঠেও এৰি পিন্ধে সাজ নতুন,
ঐ পিন্ধে সাজ নতুন ॥ ৩ ॥

( এফালে দেওধনীয়ে নাচি নাচি গুচি যায়, আন ফালে গীত গাই গাই বৰো-কৌৰ প্ৰস্থান। )

# দ্বিতীয় অধ্যায়

## তান, শেহ সঞ্চাৰী—চিত্ৰাচলৰ উমানন্দত

### ভৈৰৱৰ ৰাজসভাত

[ সিংহাসনত ভৈৰৱ, পাছফালে সোঁহাতে ৰাগ এজনে বিচি থাকে, বাওঁ হাতে ৰাগিণী এগৰাকীয়ে চোঁৰৰ লৰাই থাকে। মুখৰ দুয়োফালে প্ৰমথ ৰাগসকল বীৰাসনত বহিছে—গীত গাই গাই শ্যাম ৰাগৰ প্ৰবেশ । ]

**শ্যাম**

( ১৫ ) মিশ্ৰ শ্যাম—ত্ৰিপটু

জয়তু সঙ্গীত! মন বিনোদিত,
প্ৰাণ হৰষিত কৰা হে।
সুৰ নিৰুপম বাণী মনোৰম,
নানা তাল-মান-ভৰা হে॥
উঠে গীত ৰঙ্গ, বাজে যে মৃদঙ্গ,
নাচে অঙ্গ নানা ভঙ্গে হে।
গগন পূৰিত বিজয় সঙ্গীত,
মোহন সুৰ-তৰঙ্গে হে॥

( গীতৰ অন্তত শ্যামে ভৈৰৱক ওলগনি জনাই সিংহাসনৰ সোঁফালে থিয় হয়। )

ভৈৰৱ

মহামন্ত্ৰী শ্যাম! যুদ্ধৰ কিবা বাতৰি পাইছানে? কালি দিনৰ আগৰ পৰতে আমাৰ সেনাপতিক নাটকাচলৰ পৰাই আমাৰ ৰাগ-সেনা পৰিচালনা কৰিবলৈ কৰতোয়াৰ পাৰলৈ পঠোৱা হ'ল। আমিও তাৰ পিছতে এইখিনি পালোঁহি। সেনাপতি ইমান পৰে পাবহি লাগিছিল। বিলম্ব হোৱাৰ কাৰণ বুজিব পৰা নাই।

শ্যাম

প্ৰভু! এই সম্পৰ্কে উদ্বিগ্ন হবৰ কোনো কাৰণ নাই। আমাৰ কামৰূপৰ ৰাগ-ৰাগিণী বিশ্ব-বিজয়ী। মোৰ মনেৰে বিজয়ধ্বজা উড়াই, বিজয়-সঙ্গীত গাই অলপতে আমাৰ ৰাগ-বাহিনী পায়হি হে লাগে। কামৰূপৰ ৰাগক যুদ্ধলৈ আহ্বান কৰা স্পৰ্দ্ধাৰ কাৰণে বিদেশী সুৰৰ কি শাস্তি হব পাৰে, তাকেহে মই চিন্তা কৰিছোঁ।

( দূৰৈত ৰামগিৰিৰ আলাপ আৰু গীত—"পুৱতী নিশাই জোনৰ ধেনু তৰাই লগাই কাঁড়" )

শ্যাম

প্ৰভু নটৰাজ! শুনক! আমাৰ আনন্দময় বিজয়-ৰাগিণীৰ ঢৌ ৰামগিৰি আলাপত লুইতৰ ওপৰেদি ভাহি আহিছে!

এজন প্ৰমথ

সম্ৰাট! সৌৱা, ৰামগিৰি কোঁৱৰে গীত গাই গাই সিংহদুৱাৰ পাইছেহি।

( গীত গাই গাই ৰামগিৰিৰ প্ৰৱেশ—ভৈৰৱৰ বাজে আন সকলোৱে উঠি ওলগনি দিয়ে )

( ১৬ ) ৰামগিৰি—মৃদু ত্ৰিতালী

পুৱতী নিশাই জোনৰ ধেমুত
তৰাৰ লগাই কাঁড়,
আন্ধাৰ পোহৰ কৰি ইঠাই
হ'ল চকুৰ আঁৰ, হ'ল চকুৰ আঁৰ ॥
পূৱৰ পাটত উঠিল বেলি,
সাৰ পালে চকু মেলি ;
শিলত অঁকা ৰেখাৰ ছবি ফুটিল জাতিষ্কাৰ ॥

( গীতৰ অন্তত ৰামগিৰিয়ে ভৈৰৱক ওলগনি জনায় )

ৰামগিৰি

( উচ্ছ্বাসেৰে ) নটৰাজ ভৈৰৱৰ জয় ! প্ৰভু ! আনন্দ ! আজি অতি আনন্দ ! আজিৰ প্ৰভাতে প্ৰভুৰ বিজয়-বাৰ্ত্তা দিগ্-দিগন্ত ধ্বনিত কৰি ঘোষণা কৰিছে ।

ভৈৰৱ

( ৰামগিৰিক ওচৰ চপাই মূৰত হাত বুলাই ) ৰাম ! তোমাৰ আনন্দৰ ভাগ আমাকো লবলৈ দিয়া । যুঁজৰ বাতৰি কি ?

ৰামগিৰি

প্ৰভু ! আমাৰ সেনাপতি আসোৱাৰীয়ে হেলাৰঙ্গে বিদেশী সুৰবিলাকক পৰাজয় কৰি বন্দী কৰিলে । সিহঁতক লৈ সমদলে আহি বাহিৰ কৰাপাটৰ আঁৰ-পৰ্ব্বতত জিৰাইছে । মোক আগজ্ঞানন

দিবলৈ সেনাপতিয়ে পঠাইছে। ( দূৰৈত জয়ধ্বনি—"জয় নটৰাজ ভৈৰৱৰ জয়" ) প্ৰভু! সৌৱা তেওঁবিলাক পালেহিয়েই।

( মল্লাৰক ফুলৰ মালাৰে বান্ধি আসোৱাৰী আৰু দুজন প্ৰমথ ৰাগৰ প্ৰৱেশ আৰু ভৈৰৱক ওলগনি )

### আসোৱাৰী

ৰাগসম্ৰাট নটৰাজ ভৈৰৱৰ জয়! প্ৰভু! দুখানি চৰণৰ কৃপাত আমাৰ ৰাগ-সেনাই ক্ষন্তেকতে বিদেশী সুৰবোৰক ৰণত হৰুৱাই ছিন্ ভিন্ কৰিলে, কিছুমান সুৰ পলাই গ'ল। বাকী সুৰবোৰক বন্দী কৰি আনি লুইতৰ উত্তৰ দাঁতিৰ আঁৰ-পৰ্ব্বতত প্ৰমথ কিছুমানক ৰখীয়া থৈ আহিছোঁ। বন্দী-সুৰবোৰৰ প্ৰধান-নায়কজনক প্ৰভুৰ আগত উপস্থিত কৰিছোঁহি। এওঁৱেই বন্দী সুৰবোৰৰ প্ৰতিনিধি, নাম মল্লাৰ। এতিয়া প্ৰভুৰ যি আজ্ঞা হয়।

### ভৈৰৱ

আসোৱাৰী! এওঁৰ হাতৰ বান্ধ মুকলি কৰি দিয়া। ( আসোৱাৰীয়ে মল্লাৰৰ হাতৰ ফুলৰ-মালাৰ বান্ধ মুকলি কৰি দিয়ে )—বিদেশীৰাগ! তোমাৰ কি কব লগীয়া আছে কোৱা।

( মল্লাৰে আগবাঢ়ি আহি ভৈৰৱক ওলগনি জনাই গীত ধৰে )

### ( ১৮ ) মল্লাৰ—কাৱালী

পবনে আনে ধীৰ মধুৰ স্বনে
সুললিত মৃদুল ৰাগ-ৰাগিণী।
শ্যামল বনে গিৰিমালাৰ মাজে
বাজে শত মন্থৰ সুৰে ধ্বনি॥

তপন ৰাগে জ্বলে নিয়ৰ কণা,
জল-মল জল-মল পোহৰ সনা,
বিভোৰ হিয়া দেখি শুৱনী ছবি,
—অনুপমা মনোৰমা অসমা ৰাণী ॥

সুজলা নদী নামে শৈল ভেদি,
কুলু-কুলু ৰবে গায় আকুল গীতি,
বিহগে ধৰে সুখ কাকলি কত,
—গীতময়ী অসমা সুৰ-জননী ॥

**মল্লাৰ**

( পুনৰায় ওলগনি জনাই ) ৰাগ-সম্ৰাট! পৰাজিত হৈও মই আজি ধন্য। এনে অদ্ভুত সুৰ-তান-মান-লয়ৰ পৰিচালনা ত্ৰিলোকত দুৰ্ল্লভ। বিজিত ৰাগ-ৰাগিণীৰ ওপৰত আপোনাৰ বিজেতা ৰাগ-সকলৰ মহানুভৱতা আৰু সৌজন্যত আমি বিমুগ্ধ হৈছোঁ। এই মুনি-মনোলোভা চিৰ-সৌন্দৰ্য্যময় কামৰূপে আমাক লাহে লাহে আকৰ্ষণ কৰিব লাগিছে। আমাৰ লগতে বন্দী হোৱা ৰাগ-ৰাগিণী-সকলৰ প্ৰাৰ্থনা এই যে যদি সম্ৰাটে দয়া কৰি আপোনাৰ বিশাল ৰাজ্যৰ এচুকত আশ্ৰয় দিয়ে, তেন্তে আমি সাম্ৰাজ্যৰ প্ৰজাস্বৰূপে থাকিব খোজোঁহক।

**ভৈৰৱ**

শ্যাম কোঁৱৰ! এই বিষয়ে তোমাৰ মত কি?

শ্যাম

প্ৰভু ! আপোনাৰ অসীম দয়া আৰু উদাৰতাৰে যদি বিদেশী সুৰ-সকলক আশ্ৰয় দিয়া হয়, কেইটামান চৰ্ত্তত এওঁলোকক এই সাম্ৰাজ্যত বসতি কৰিবলৈ দিয়া উচিত।

ভৈৰৱ

মল্লাৰ ! তুমি আৰু তোমাৰ লগৰ ৰাগ-ৰাগিণীসকলে চৰ্ত্ত মানি মোৰ সাম্ৰাজ্যৰ প্ৰজা হৈ থাকিবলৈ মান্তি হবানে ?

মল্লাৰ

দয়ালু সম্ৰাট ! আপুনি আৰু আপোনাৰ ৰাগসকল গুণগ্ৰাহী আৰু মহানুভৱ। আপোনাসকল বিজেতা, আমি বিজিত আৰু আশ্ৰয়-প্ৰাৰ্থী। আপোনাসকলৰ চৰ্ত্তবিলাক মানি চলিবলৈ আমি ন্যায়তঃ বাধ্য।

ভৈৰৱ

( মন্ত্ৰীলৈ চাই ) মন্ত্ৰীবৰ ! এওঁৰ কথা শুনিছা। এতিয়া আমাৰ চৰ্ত্তবোৰ কোৱা।

শ্যাম

প্ৰভু ! বিদেশী ৰাগ-ৰাগিণীবিলাক আমাৰ সাম্ৰাজ্যৰ প্ৰজা-স্বৰূপে থাকিলে এই শান্তিময়, সুৰময় ৰাজ্যত অশান্তি আৰু সুৰ-বিভ্ৰাট ঘটিব পাৰে। এই কাৰণে বহুত ভাবি-গুণি কেইটামান চৰ্ত্ত প্ৰভুৰ চৰণত নিবেদন কৰোঁ।

প্ৰথম চৰ্ত্ত—বিদেশী সুৰবিলাকক একে ঠাইতে দলপাতি থাকিবলৈ নিদি আমাৰ প্ৰধান প্ৰধান ৰাগকোঁৱৰ আৰু ৰাগিণীকুঁৱৰী

সকলৰ খেলে খেলে গুণ-যোগ্যতা অনুসাৰে বৃত্তি-বিধান দি ভগাই দিয়া হওক।

দ্বিতীয় চৰ্ত্ত—বিদেশী সুৰবোৰে আমাৰ সাম্ৰাজ্যৰ প্ৰজা-স্বত্ব পোৱাৰ আগেয়ে আমাৰ ভাষা, ভাৱ, ঠাট, লয়, সাজ-পোছাক, ধৰণ-কৰণ আদি লব লাগিব।

তৃতীয় চৰ্ত্ত—তেওঁবিলাকৰ দেশৰপৰা বিদেশী ৰাগ-ৰাগিণী পৰিয়াল আনিবলৈ ইচ্ছা কৰিলে প্ৰথমে ৰাগ-সম্ৰাটৰ অনুমতি লব লাগিব। আৰু দ্বিতীয় চৰ্ত্তমতে নতুনকৈ অহা ৰাগ-ৰাগিণীবিলাকে এই সাম্ৰাজ্যৰ ঠাট, লয়, সাজ-পোছাক আদি লব লাগিব।

ভৈৰৱ

মল্লাৰ, তুমি আৰু তোমাৰ লগৰ ৰাগ-ৰাগিণীবিলাকে এই তিনিটা চৰ্ত্ত মানি লবলৈ সম্মত নে ?

মল্লাৰ

সম্ৰাট! প্ৰভু! বন্দীৰ প্ৰতি বিজেতাৰ এনে আচৰণ কোনো দেশত কোনো কালতেই হোৱা নাই আৰু নহব। কামৰূপ সাম্ৰাজ্যনো কিয় দেৱতাবাঞ্ছিত আৰু কামৰূপৰ সুৰনো কি গুণত ভুবন-বিজয়ী তাক এতিয়াহে বুজিলোঁ। অতি আনন্দমনেৰে আৰু কৃতজ্ঞতাৰে এই চৰ্ত্তবোৰ মানি লৈ সম্ৰাটৰ ৰাগ-ভক্ত প্ৰজাস্বৰূপে চিৰকাললৈ আমি কামৰূপত বাস কৰিবলৈ সম্মত। ( মল্লাৰে আঠু লৈ ভৈৰৱক ৰাজভক্তি জনায় )

ভৈৰৱ

পৰম সন্তোষৰ কথা। শ্যাম কোঁৱৰ! বিদেশী ৰাগবিলাকক কামৰূপৰ ঠায়ে ঠায়ে পাতিবলৈ দিহা কৰা। ৰাগিণীবিলাকক নাটকাচলৰ অধিষ্ঠাত্রী সম্রাজ্ঞী ভৈৰৱীদেৱীৰ লগত দিয়া।

ৰাগ-সেনাপতি আসোৱাৰী আৰু ৰাগ-সেনাসকলক মোৰ ধন্যবাদ। কামৰূপৰ ৰাগবাহিনীৰ এই 'সুৰ বিজয়' অনন্ত কাললৈ অমৰ হওক! পৃথিবীৰ মলিনতা দূৰ হওক! বিশ্ব সঙ্গীতময় হওক!

মন্ত্রী শ্যাম! আজি 'সুৰ বিজয়' উপলক্ষে গোটেই সাম্রাজ্যব্যাপী আনন্দ মহোৎসৱ যুগুত কৰা।

শ্যাম

প্রমথ ৰাগসকল! তোমালোকে আমাৰ 'সুৰ বিজয়' ঘোষণা কৰি গীত ধৰা।

( প্রমথ ৰাগসকলে ভৈৰৱক প্রণাম কৰি থিয় হৈ গীত ধৰে )

প্রমথ ৰাগসকল

( ১৮ ) দুৰ্গাবৰী মালশ্রী—মধ্যমান

এহে, পাতিলা সুৰৰ পুৰী কামৰূপ মাজে॥
অমৰণ ৰাগে-সুৰে শোভে নৱ-সাজে॥ ধ্রু॥
কথাৰে ফটিক-স্তম্ভ থাপিলা যতনে।
চৰিছে জেউতি তাৰে ৰাগিণী-ৰতনে॥ ১॥

ওপৰত দিলা তৰি সুৰৰে চান্দোৱা।
বেৰিলা দি চাৰি পাশে গীত বিনন্দীয়া॥ ২ ॥
অস্থায়ী-অন্তৰা কত আনিলা বিচাৰি।
গাঁথিলা লগতে তাৰ আভোগ-সঞ্চাৰী॥ ৩ ॥
তালৰে ভেটিতে দিলা বোলৰে লেপন।
কণ্ঠ ভৰি জাত জাত সুৰ বৰিষণ॥ ৪ ॥

( গীতৰ অন্তত জয়ধ্বনি—"জয় নটৰাজ ভৈৰৱৰ জয়"—আৰু ডবা, শঙ্খ, কাঁহ, টিলিঙা, ভোৰতাল বাদ্য। )

পটক্ষেপণ

'সুৰ-বিজয়' নাটক সমাপ্ত

# ভূমিকা

## কামৰূপীয় সঙ্গীত সাধনা

### কামৰূপীয় সভ্যতা

বৰ্ত্তমান শতাব্দীৰ আৰম্ভণীতে চুইডেনৰ বিখ্যাত ভূতত্বজ্ঞ আৰু আবিষ্কাৰক চেভেন হেডিন্ [ Sven Hedin ] চাহাবে মঙ্গোলিয়াৰ গোবি মৰুভূমিৰ বালিৰ তলত পোত খাই থকা অতি সুসভ্য প্ৰকাণ্ড দেশ এখন আবিষ্কাৰ কৰিছে। সেই দেশৰ খনন কাৰ্য্য এতিয়াও আংশিক ভাৱেহে হৈছে। যিমানখিনি ঠাই আৰু মহানগৰী কিছুমানৰ ধ্বংসস্তূপ এতিয়ালৈকে পোহৰলৈ আহিছে, তাৰপৰা বিশেষজ্ঞসকলে অনুমান কৰে যে সেইখন মহাদেশ মিছৰ, আছিৰিয়া, বেবিলন আদি অতি প্ৰাচীন দেশবিলাতকৈও বহুত পুৰাতন। পশ্চিম ভাৰতত ইদানীং আবিষ্কৃত হোৱা মহেঞ্জজাৰো জনপদৰ সভ্যতাৰ সময় এতিয়াও পণ্ডিতসকলে থিৰাংকৈ উলিয়াব পৰা নাই। প্ৰাচীন কামৰূপৰ সভ্যতাও গোবি মৰুভূমিৰ তলত থকা মহাদেশখন মিছৰ, আছিৰিয়া, বেবিলন আদি দেশ আৰু ভূগৰ্ভত প্ৰোথিত মহেঞ্জজাৰো আদি দেশৰ সভ্যতাতকৈ যে প্ৰাচীন নহলেও আধুনিক নহয়, তাক অনুমান কৰিবৰ বিশেষ কাৰণ আছে। কৌণ্ডিল্য, শোণিতপুৰ, প্ৰাগজ্যোতিষ আদি, স্মৃতিৰ অতীত কালৰে পৰা সভ্যতা আৰু কৃষ্টিৰ চূড়ান্ত নিদৰ্শনেৰে ভৰপূৰ, ঠাইবিলাকৰ ধ্বংসাৱশেষবিলাক কোনোবাই খানি উলিয়ালে নিশ্চয় এইটো প্ৰমাণিত হব যে প্ৰাচীন কামৰূপ-সাম্ৰাজ্য ভাৰত বা মহাভাৰতৰ পৰা সম্পূৰ্ণ স্বাধীন আৰু স্বকীয়া ৰকমৰ কৃষ্টি সভ্যতাৰে পৰিপূৰ্ণ আছিল। বৰ্ত্তমান গুৱাহাটী, তেজপুৰ আদি ঠাইত মাটিৰ অলপ তলৰ পৰা যি সামান্য পৰিমাণে শিলৰ ওপৰত কাৰুকাৰ্য্য কৰা মূৰ্ত্তি, স্তম্ভ আদি ওলাইছে, তাৰ পৰাই কামৰূপীয়

সভ্যতাৰ প্ৰাচীনত্ব আৰু উৎকৰ্ষতাৰ কিছু নিদৰ্শন পোৱা যায়। ভূতত্ত্বজ্ঞ-সকলৰ মতে যেতিয়া বঙ্গ, দক্ষিণ বিহাৰ, মধ্যভাৰত, ৰাজপুতনা আদি ঠাই অতল সিন্ধুৰ তলত, সেই সময়ত অৰ্থাৎ ভাৰতলৈ প্ৰথম আৰ্য্যস্ৰোত অহা কেইবাহাজাৰ বছৰৰ আগেয়ে দ্ৰাবিড়ী-তুৰাণীয় সভ্যতাৰ এখন প্ৰকাণ্ড মহাদেশ আছিল। ক্ৰমে সমুদ্ৰ দক্ষিণ-পশ্চিমলৈ হুঁহকি গ'লত ওপৰত উঠুকিওৱা বঙ্গ আদি ঠাইবিলাক জাগ দি উঠিল। সেই সময়বো হেজাৰ দিয়েক বছৰৰ পাচত হে ভ্ৰাম্যমান গৰু-মেষ ৰখীয়া ককেচীয় আৰ্য্যসকলৰ এটা ডাঙৰ দল ভাৰতৰ উত্তৰ-পশ্চিম সীমান্তৰ গিৰিসঙ্কটেদি এই দেশত সোমাই উত্তৰ ভাৰতৰ এডোখৰ ঠাই ব্ৰহ্মাবৰ্ত্ত নাম দি তাতে প্ৰথম আৰ্য্য উপনিবেশ স্থাপন কৰে। সেই উপনিবেশ স্থাপনৰ বহু শতাব্দীৰ পাচত হে আৰ্য্যসকলে তেওঁলোকৰ পৰিয়াল বৃদ্ধি হলত লাহে লাহে ভাৰতৰ দক্ষিণ-পূব অংশলৈ বিয়পি পৰি সেইবিলাক ঠাইৰ ভাৰতক্ষেত্ৰ, আৰ্য্যাবৰ্ত্ত আদি নাম দিয়ে আৰু কুৰুক্ষেত্ৰৰ আত্মধ্বংসী মহাযুদ্ধৰ পাচতহে হিমালয়, বিন্ধ্যাচলৰ মাজৰ ভূভাগৰ মহাভাৰত বা ভাৰতবৰ্ষ নামাকৰণ হয়। সি যি কি নহওক, প্ৰাচীন কামৰূপ-সাম্ৰাজ্য যে কোনো কালেই ভাষা-কৃষ্টি-সভ্যতা-আচাৰ-ব্যৱহাৰ আদি বিষয়ত বা ৰাষ্ট্ৰ হিচাপেও ভাৰতবৰ্ষ বা মহাভাৰতৰ অন্তৰ্ভূক্ত নাছিল, এই কথা হিন্দুৰ প্ৰাচীন-গ্ৰন্থ বেদ-পুৰাণ, উপনিষদ, বৌদ্ধ-গ্ৰন্থবিলাক আৰু মুচলমান-গ্ৰন্থাদিৰ পৰা বঢ়িয়াকৈ প্ৰমাণিত হয়। আধুনিক বুৰঞ্জী, প্ৰত্নতত্ত্ব-নৃতত্ত্ব বিষয়ক পুথিবিলাকৰ পৰাও আমি দেখিবলৈ পাওঁ যে কামৰূপ সাম্ৰাজ্যৰ দক্ষিণ-পশ্চিমৰ কিছু অংশ খ্ৰীষ্টিয় পঞ্চদশ শতিকামানৰ পৰাহে দিল্লীৰ মুচলমান বাদছাহসকলৰ অধীনলৈ আহে। বাকীখিনি অৰ্থাৎ ব্ৰহ্মপুত্ৰ উপত্যকা আৰু পৰ্ব্বতীয়া জিলা বিলাক ইং ১৮১৬ চনৰ পৰা এতিয়ালৈকে লাহে লাহে বৃটিছ অধিকাৰলৈ আহি ৰাজনৈতিক সুবিধাৰ বাবে ইংলণ্ডেশ্বৰৰ ভাৰত সাম্ৰাজ্যৰ অন্তৰ্ভূক্ত হৈছিল।

দৰাচলতে স্মৃতিৰ অতীত কালৰ পৰা খ্ৰীষ্টিয় ঊনৈশ শতিকাৰ মাজভাগ-

লৈকে কামৰূপে ( বা পৰবৰ্ত্তী নামৰ অসমে ) ৰাজনীতি, সভ্যতা, ভাষা-সাহিত্য, শিল্প, কলাবিদ্যা, সামাজিক আচাৰ-ব্যৱহাৰ বিষয়ক নিজৰ উৎকৰ্ষ আৰু বিশেষত্ব ৰাখি আহিছিল, ভাৰতৰ বৈদিক-যুগৰ আৰম্ভণীৰ পৰা পৰবৰ্ত্তী পৌৰাণিক-যুগৰ আগভাগলৈকে কামৰূপ-সাম্ৰাজ্য 'দুৰ্গম মহা কান্তাৰ'ৰ সীমাৰ বাহিৰত আছিল,—য'ত আক্ৰমণকাৰী আৰু প্ৰবল পৰাক্ৰান্ত 'অসুৰ', 'দানব', 'মায়াবী', 'যৱন', 'ম্লেচ্ছ', 'গন্ধৰ্ব্ব', 'কিন্নৰ' আদিৰ হাতত লাঞ্ছিত আৰু বিধ্বস্ত হৈ উভতি যাবলগীয়াত পৰিছিল। এইটো জনাজাত কথা যে আৰ্য্যসকলৰ সামাজিক আচাৰ-ৰীতি বা ব্ৰাহ্মণ্যধৰ্ম্মৰ অনুশাসিত নিয়ম নমনা, আৰু বেদৰ দেৱতা উষা, বৰুণ, মিত্ৰ আদিক সুপূজা সকলো আৰ্য্যেতৰ জাতিকেই আৰ্য্যসকলে 'অসুৰ', 'দানৱ', 'যৱন', 'ম্লেচ্ছ' আদি নামেৰে বিভূষিত কৰিছিল,—তেহেলৈ সেইসকল আৰ্য্যেতৰ জাতি বহু বিষয়ত আৰ্য্যসকলতকৈ যিমানেই উন্নত আৰু সুসভ্য নহওক। সেই প্ৰথা অনুসাৰেই নৰক, ভগদত্ত, বাণ আদি কামৰূপৰ প্ৰবল-পৰাক্ৰান্ত নৃপতিসকলক আৰু সভ্যতাৰ চৰম উৎকৰ্ষ লাভ কৰা প্ৰাচীন কামৰূপীয় প্ৰজাবৃন্দক 'যৱন', 'ম্লেচ্ছ', 'কিৰাত' আদি নামেৰে অভিহিত কৰিছিল; অথচ এই কামৰূপেই ব্ৰহ্মাৰ মুখ অৰ্থাৎ জ্ঞান-বিজ্ঞান, কলাবিদ্যা আদিৰ জন্ম ঠাই বুলি আৰু এই কামৰূপ ৰাজধানী 'ইন্দ্ৰপুৰী তুল্য' প্ৰাগজ্যোতিষপুৰতেই জ্যোতিৰ্ব্বিজ্ঞানৰ জন্ম আৰু উৎকৰ্ষ লাভ হৈছিল বুলি আৰ্য্যসকলৰ গ্ৰন্থাদিতে উল্লেখ আছে।

এই কামৰূপ সাম্ৰাজ্যৰ সীমা পূবে দিক্কৰবাসিনীলৈকে মাথোন আবদ্ধ নাছিল। মহামহোপাধ্যায় পণ্ডিত পদ্মনাথ বিদ্যাবিনোদ মহাশয়ে তেখেতৰ অমৰ গ্ৰন্থ 'কামৰূপ শাসনাৱলী'ত স্পষ্টকৈ প্ৰমাণ কৰিছে যে মহাভাৰতৰ কালৰ বহু পূৰ্ব্বৰে পৰা কামৰূপ-ৰাজ্যৰ উত্তৰ সীমা তিব্বতলৈ আৰু পূব সীমা চীনৰ কিছু অংশলৈ চীনসমুদ্ৰৰ উপকূললৈকে বিস্তাৰিত আছিল। মহাভাৰতৰ বহুত ঠাইত কামৰূপৰাজ ভগদত্তক 'পূৰ্ব্ব সাগৰবাসী ম্লেচ্ছসকলৰ অধিপতি', 'প্ৰাচীপতি মহেন্দ্ৰৰ সখা' বুলি উল্লেখ কৰা হৈছে।

# কামৰূপীয় সঙ্গীত

কৃষ্টি সভ্যতা আদিত যে প্ৰাচীন কামৰূপ ভাৰতৰ পৰা সম্পূৰ্ণ স্বাধীন আছিল, আৰু এই মহাৰাজ্যৰ ধৰ্ম্ম, আচাৰ-ব্যৱহাৰ আদিও যে প্ৰধানকৈ দ্ৰাবিড়ী-তুৰাণীয় সংমিশ্ৰণত উৎপন্ন, এই সম্পৰ্কে পূৰ্ব্বেই উল্লেখ কৰি অহা হৈছে। সঙ্গীতবিদ্যা বিষয়েও যে কামৰূপে চিৰকালেই নিজৰ বিশেষত্ব ৰাখি সেই বিদ্যাত চৰম উৎকৰ্ষ লাভ কৰিছিল, তাৰো ভূৰি ভূৰি প্ৰমাণ মহাভাৰত, ৰামায়ণ আৰু অন্যান্য ভালেমান প্ৰাচীন সংস্কৃত গ্ৰন্থত পোৱা যায়। গন্ধৰ্ব্ব-কিন্নৰ-যক্ষ-বিদ্যাধৰ অধ্যুষিত কামৰূপ সাম্ৰাজ্যতেই যে গন্ধৰ্ব্ব বেদৰ জন্ম আৰু সম্যক্ পৰিণতি হৈছিল, তাৰো অসংখ্য প্ৰমাণ পূৰ্ব্বোক্ত গ্ৰন্থবিলাকৰ পৰা পোৱা যায়। কামৰূপাধিপতি আৰু প্ৰাচীন কামৰূপীয়সকলৰ ইষ্টদেৱ-দেৱী, শঙ্কৰ-শঙ্কৰী যে ৰাগ-ৰাগিণীৰ জন্মদাতৃ, এই বিষয় পূৰ্ব্বেই উনুকিওৱা হৈছে। আৰু এই কামৰূপৰ নাটশৈল, চিত্ৰাচল, উৰ্ব্বশীশৈল আদি ঠাইবিলাকত নৃত্য-গীত-কুশল দানৱ, গন্ধৰ্ব্ব, কিন্নৰ, প্ৰমথ সকলৰ নৃত্য-বিহাৰৰ স্থল বুলি পুৰাণাদিত বহুতো উল্লেখ আছে। মহাভাৰত ৰামায়ণৰ ঘটনাৰ যুগতো কামৰূপীয় সঙ্গীতে ভাৰতত সম্যক্ প্ৰসিদ্ধি লাভ কৰিছিল। মহাভাৰতৰ সভাপৰ্ব্বত উল্লেখ আছে যে কামৰূপৰাজ ভগদত্তই চীন-কিৰাত আৰু সাগৰৰ তীৰবাসী ম্লেচ্ছ যৱন বিলাকেৰে পৰিবেষ্টিত হৈ মহাৰাজ যুধিষ্ঠিৰৰ ৰাজসূয় যজ্ঞলৈ সুসভ্য-দেশসুলভ নানাবিধ উপঢৌকন নিয়ে; সেই উপঢৌকনৰ লগতে স্বৰ্গীয় বাদক আৰু গায়িকা-নৰ্ত্তকী, গন্ধৰ্ব্ব-কিন্নৰী কিছুমানকো ৰাজসূয় মহাসভাত সঙ্গীত-নৃত্যাদি কৰিবলৈকে যায়। কামৰূপৰ নাগকন্যা উলুপী আৰু বিদ্যাধৰী চিত্ৰাঙ্গদাৰ অলৌকিক ৰূপ-লাৱণ্যত বাজেও তেওঁলোকৰ চিত্ত-হৰণকাৰী নৃত্যগীতত মুগ্ধ হৈ মধ্যমপাণ্ডৱ অৰ্জ্জুনে মণিপুৰত ভালেদিন থাকি বংশ-ৰক্ষা কৰি যায়। বাণৰাজকুঁৱৰী উষাদেৱীৰ গুণৱতী সখী চিত্ৰলেখীৰ অনুপম গীত-নৃত্যত মোহিত হৈ সুদূৰ দ্বাৰকাৰ অনিৰুদ্ধ কোঁৱৰ শোণিতপুৰলৈ আহি উষা কুঁৱৰীৰ পাণিগ্ৰহণ কৰাৰ কথা অসমৰ আবাল-বৃদ্ধ-বনিতাৰ জনাজাত কথা। খৃষ্টীয় ৭ম শতিকাৰ

মাজভাগত কামৰূপ-সম্রাট কুমাৰ ভাস্কৰবৰ্ম্মাই তেওঁৰ সমকক্ষ বন্ধু মধ্যভাৰতৰ সম্রাট শীলাদিত্য হৰ্ষবৰ্দ্ধনলৈ পঠোৱা উপহাৰৰ তালিকাত, অতি সুসভ্য দেশ-সুলভ বহুমূলীয়া অলঙ্কাৰ, উৎকৃষ্ট কাপোৰ, বাচন-বৰ্ত্তন, বেত-বাঁহৰ নানাবিধ আসন, সাঁচিপাতত লিখিত পুথি, নানা সুগন্ধি দ্ৰব্য, কস্তুৰী চোঁৱৰ আদিত বাজেও গায়ক-গায়িকা, কিন্নৰ-কিন্নৰীসকলৰ উল্লেখ আছে।

## ছয় ৰাগৰ জন্মস্থান কামৰূপ

শৈৱ-শক্তি ধৰ্ম্মৰ আদি জন্মস্থান যে কামৰূপ তাক প্ৰত্নতাত্বিক আৰু বুৰঞ্জী-বিশেষজ্ঞ সকলে অকাট্য যুক্তি-প্ৰমাণেৰে স্থিৰ কৰিছে। সেই সম্পৰ্কে ইয়াত পুনৰুল্লেখ নিস্প্ৰয়োজন। কামৰূপেশ্বৰ সকলৰ আৰু প্ৰাচীন কামৰূপী জন-সাধাৰণৰ উপাস্য দেৱতা যুগলৰ পৰ্য্যায় যথাক্ৰমে:—ব্ৰাগহঁই-ব্ৰাগহনী, বুঢ়া-গোঁসাই বুঢ়ী-গোঁসানী, ভৈৰৱ-ভৈৰৱী, শঙ্কৰ-শঙ্কৰী, শিৱ-দুৰ্গা, মহাদেৱ-পাৰ্ব্বতী, ঈশান-ঈশানী ইত্যাদি। এই দুজনা দেৱদেৱীৰ উপাসনামূলক ধৰ্ম্মমতেই ভাৰতৰ সনাতনী হিন্দুধৰ্ম্মৰ পঞ্চশাখাৰ প্ৰধান দুই শাখা শৈৱ আৰু শাক্ত নামে অভিহিত। কামৰূপৰ অধিষ্ঠাতা দেৱ শঙ্কৰৰ মুখৰ পৰাই প্ৰথম গীত-বাদ্য ওলাইছে বুলি আৰু এই মহাদেৱেই আদি নৃত্যগুৰু নটৰাজ নামে খ্যাত। বৃহন্নাৰদীয় সংহিতা মতে "শিৱশক্তিৰ যোগত শিৱৰ মুখৰ পৰা শ্ৰীৰাগ, বসন্ত, ভৈৰৱ, পঞ্চম আৰু মেঘ; পাৰ্ব্বতীৰ মুখৰ পৰা নাট ৰাগ উৎপন্ন হৈছে।" কামৰূপত পৰিকল্পিত হোৱা এই দুজনা দেৱ-দেৱীৰ পূজা তদানীন্তন কামৰূপ সাম্ৰাজ্যৰ অন্তৰ্ভূক্ত কৰদ বা মিত্ৰৰাজ্য সুমাত্ৰা, যাভা, বলিদ্বীপ সমূহত, আনাম, শ্যাম, ব্ৰহ্মা আদি প্ৰাচ্যৰ দেশসমূহত ভগবান বুদ্ধৰ আবিৰ্ভাৱৰ বহু পূৰ্ব্বেই যে বহুলভাৱে প্ৰচলিত হৈছিল এই তথ্য প্ৰত্নতাত্বিক সকলে প্ৰমাণ কৰিছে। সেই ধৰ্ম্ম প্ৰচলনৰ লগে লগেই যে এই দুজনা দেৱদেৱীৰ মুখ-নিঃসৃত শঙ্কৰ-শঙ্কৰীপূজক প্ৰাচীন কামৰূপী সকলৰ সৃষ্ট ৰাগবিলাকৰ আৰু গীত-নৃত্যৰ প্ৰচলন পূৰ্ব্বোক্ত প্ৰাচ্য দেশ সমূহত প্ৰচলিত হৈছিল আৰু প্ৰাচীন

কামৰূপীয় ৰাগ-সুৰ-নৃত্যৰ প্ৰভাৱ যে সেই দেশবিলাকৰ নিজস্ব গীত-নৃত্যত বহলভাৱে বিদ্যমান,—তাক আধুনিক বেতাৰ-যন্ত্ৰৰ সহায়ত পৃথিৱীময় ব্যাপৃত হোৱা টকিন, ম্যানিলা, বেঙ্কক, ৰেঙ্গুন আদি কেন্দ্ৰৰ দেশীয় গীত-নৃত্য বিলাকৰ পৰা সহজে ধৰিব পাৰি। জ্ঞান-বিজ্ঞান, চাৰু-শিল্প-কলাৰ প্ৰধান কেন্দ্ৰ। ভাৰতৰ অন্যান্য প্ৰদেশৰ পৰা সুধী শিক্ষাৰ্থীসকল প্ৰাগজ্যোতিষপুৰলৈ আহি কামৰূপৰ অন্যান্য বিদ্যাৰ লগতে এই সঙ্গীত বিদ্যাও নিজৰ নিজৰ দেশলৈ লৈ যায়। সেই সময়ৰ বহুদিন পাচতহে আৰ্য্যাবৰ্ত্ত আৰু দক্ষিণাপথৰ সঙ্গীতবিদ্ সকলে নিজ নিজ ৰুচি, সুবিধা আৰু স্থানীয় প্ৰভাৱ মতে সেই দেশীয় ৰাগ-ৰাগিণীৰ লগতে কামৰূপীয় ৰাগ-ৰাগিণীবিলাককো আৰ্য্য-সঙ্গীতৰ শ্ৰেণী-ভুক্ত আৰু তাল-মান ঠাট-লয় আদিৰে শৃঙ্খলাবদ্ধ কৰি কিছুমান সঙ্গীতগ্ৰন্থ নিবন্ধন কৰিছে। কোৱা বাহুল্য যে এই ব্যৱস্থা বন্ধনৰ ফলত কামৰূপীয় ৰাগ-ৰাগিণী বিলাকৰ মৌলিকত্ব বহু ঠাইত নাইকিয়া হৈছে। কিন্তু সুখৰ বিষয়, কামৰূপত ( বৰ্ত্তমান অসমত ) এতিয়াও সেইবিলাক আমাৰ নিজস্ব ৰাগ-ৰাগিণীৰ সৰহখিনিয়েই ব্যাহ, শুকনাৰায়ণী, দুৰ্গাবৰী, দিহানাম, গোপিনী-কীৰ্ত্তন আদি গীতত প্ৰায় মৌলিক আৰু অবিকৃত অৱস্থাতেই আছে—যদিও গবেষণা আৰু যথাৰ্থ চৰ্চ্চাৰ অভাৱত কিছুমান সুৰৰ লয়-ঠাট আদিৰ বিকাৰ ঘটিছে। সেইবিলাক ৰাগ-ৰাগিণীৰ যথাৰ্থ বিধি-ব্যৱস্থাৰ গ্ৰন্থ যদিও আমাৰ দেশত এতিয়াও পোৱা হোৱা নাই বা এনে গ্ৰন্থ কোনো কোনো অনভিজ্ঞ লোকৰ ধোঁৱা চাঙত লাহে লাহে জাহ যাব লাগিছে, তথাপি বেদৰ নিচিনাকৈয়ে সেইবিলাক সুৰৰ ভালেমান পূৰ্ব্বৰ দৰে অহা ব্যাহ, শুকনাৰায়ণী আদি গীতত মুখে মুখে প্ৰায় অবিকৃত অৱস্থা চলি আহিছে। কনৌজ, ত্ৰিহুত, মিথিলা, বঙ্গ আদি প্ৰদেশৰ পৰা সময়ে সময়ে এই দেশলৈ অহা ঔপনিবেশিক সকলৰ লগত কোনো ৰকমৰ কামৰূপৰ বাহিৰৰ ৰাগ ৰাগিণী আহি স্বাধীন অসমৰ স্থানীয় সুৰৰ প্ৰভাৱত সেইবিলাক বাহিৰৰ পৰা অহা ৰাগ ৰাগিণীও কামৰূপীয় গঢ়হে লৈছেগৈ। শ্ৰীমন্ত শঙ্কৰ গুৰুৱে আৰ্য্যাবৰ্ত্ত দাক্ষিণাত্যৰ পৰা

এই দেশলৈ আনি মহান্ বৰগীত সমূহত সংযোগ কৰা ৰাগ-ৰাগিণীবিলাকো। কালক্ৰমে কামৰূপীয় সুৰ-প্ৰভাৱত কামৰূপী ঠাট-লয় আদি লৈছে। এই দেশ বৃটিছ শাসনৰ অধীনলৈ অহাত চাকৰি, ব্যৱসায় আদি প্ৰসঙ্গত অস্থায়ী ভাবে অহা বিদেশী সকলৰ প্ৰভাৱত অসমীয়াই যেনেকৈ বহুত বিষয়ত লাহে লাহে নিজত্ব হেৰুৱাব লাগিছে, সঙ্গীত বিদ্যাতো অসমীয়া শিক্ষিত সমাজ প্ৰায়েই বিদেশী ভাৱাপন্ন হৈ আমাৰ নিজস্ব গীত সুৰতো ৰুচি আৰু আস্থা হেৰুৱাইছে, কিন্তু অসমৰ গাঁওবিলাকত আমাৰ মানুহৰ তেনে ৰুচিবিকাৰ এতিয়াও ঘটা নাই। নানা কাৰ্য্য-প্ৰসঙ্গত অসমৰ জিলাবিলাকত ফুৰা আমাৰ প্ৰায় ৩৩ বছৰ অভিজ্ঞতাৰে জানিব পাৰিছোঁ যে অসমৰ ভালেমান মফচলীয়া গাঁৱত আৰু বহুত মুখ্য গৌণ সত্ৰত সেই কামৰূপীয় সুৰবিলাক প্ৰায় অবিকৃত আৰু মৌলিক অৱস্থাতেই আছে। শোক দুখেৰে জুৰুলা হোৱা মোৰ জীৱনৰ এই সন্ধিয়া পৰত এই বিষয়ৰ চৰ্চ্চা বা গবেষণা কৰা শক্তি আৰু সময় নাই। দেশৰ আশাৰ স্থল উঠি অহা ডেকা গাভৰু সকলৈ মোৰ বিনীত অনুৰোধ— য সকলৰ সঙ্গীতত ৰুচি আৰু মাত জাতৰ সুবিধা আছে সেই সকলে যেন দেশৰ মহাগৌৰৱৰ বস্তু দেশীয় সভ্যতাৰ চূড়ান্ত নিদৰ্শন স্বৰূপ কামৰূপীয় ৰাগ ৰাগিণীবিলাকৰ পুনৰুদ্ধাৰ আৰু জীৰ্ণ সংস্কাৰ কৰিবলৈ কাচিপাৰি উঠে।

যোৰহাট
দৌল পূৰ্ণিমা, ১৮৫২ শক

ৰাইজৰ নিঃকিন কৃপাকাঙ্ক্ষী
শ্ৰীকীৰ্ত্তিনাথ শৰ্ম্মা বৰদলৈ

[ শিশু-নাট ] [ চতুৰ্থ স্তবক: ]

# মেঘাৱলী

প্ৰথম তাঙৱণ—শদিয়া ১৮৭৪ শক
প্ৰকাশক—স্বৰ্গীয় হৰিনাৰায়ণ দত্তবৰুৱা সাহিত্য-ৰত্ন, নলবাৰী
দ্বিতীয় তাঙৱণ—শ্বিলং ১৮৮৫ শক
প্ৰকাশক—শ্ৰীবিচিত্ৰনাৰায়ণ দত্তবৰুৱা, বি-এল, গুৱাহাটী

## প্ৰথম তাঙৰণ

# প্ৰকাশকৰ নিবেদন

## সঙ্গীতাচাৰ্য্য কীৰ্ত্তিনাথ শৰ্ম্মা বৰদলৈ

[ জন্ম—৭ নভেম্বৰ, ১৮৭৮ চন ; মৃত্যু ২৩ ফেব্ৰুৱাৰী, ১৯৫২ চন ]

সঙ্গীতাচাৰ্য্য কীৰ্ত্তিনাথ শৰ্ম্মা বৰদলৈদেৱৰ বিয়োগত অসমৰ সঙ্গীত-ক্ষেত্ৰত যি ক্ষতি ঘটিছে, তাক পূৰোৱা টান। মৰ্ম্মে মৰ্ম্মে অসমৰ ঐতিহ্যৰ গৌৰৱ অনুভৱ কৰি কামৰূপীয় সঙ্গীত-সম্পদৰ পুনৰুদ্ধাৰ আৰু প্ৰচাৰ কৰা দেশপ্ৰেমিক শিল্পী-সকলৰ ভিতৰত তেখেত অগ্ৰগণ্য আছিল। অসমৰ সঙ্গীতক ভাৰতীয় সঙ্গীতৰ লগত আসন দিয়াই আছিল বৰদলৈদেৱৰ আজন্ম-সাধনা।

যি সময়ত অসমীয়া ভাষাত গীত ৰচা আৰু গোৱা অসম্ভৱ বুলি ভৱা হৈছিল, সেই সময়ত ( ১৯০৬ চনত ) সঙ্গীতাচাৰ্য্য বৰদলৈদেৱে শ্ৰীযুত বেণুধৰ ৰাজখোৱা, শ্ৰীযুত পদ্মধৰ চলিহা আদি গীতিকাৰসকলৰ গীতত সুৰসংযোজনা কৰি অভিনয়, সঙ্গীত-বৈঠক আদিৰ যোগেৰে অসম অসমীয়া গীতেৰে ঢৌৱাই দিছিল। বৰ্ত্তমান শতিকাৰ আগভাগত গোৱালপাৰাত অসমীয়া গীত আৰু অভিনয়ৰ প্ৰচাৰ আৰু জনপ্ৰিয়তা কীৰ্ত্তি বৰদলৈৰ কীৰ্ত্তি।

অসমীয়াৰ নিজস্ব সঙ্গীত যে আছে, এই তথ্য প্ৰচাৰ কৰিবলৈ বৰদলৈ ডাঙৰীয়াই তেখেতৰ অসম সঙ্গীত-গ্ৰন্থ 'সুৰ-পৰিচয়', 'কামৰূপীয় সঙ্গীত' আদি ৰচি গ'ল। অসমৰ নিজস্ব—ব্যাহ, শুকনাম্নী, দুৰ্গাবৰী আদি সুৰত গীত ৰচি 'বাসন্তীৰ অভিষেক', 'লুইত কোঁৱৰ', 'সুৰ-বিজয়' আদি মৌলিক আৰু অভিনৱ গীতি-নাটিকাৱলী সেই মহৎ উদ্দেশ্যৰে তেখেতে অসমক দান কৰিলে।

১৯৪৫ চনৰ পৰা ১৯৪৭ লৈকে কেন্দ্ৰীয় চৰকাৰৰ সঙ্গীত-প্ৰচাৰ-বিভাগৰ

প্ৰাদেশিক পৰিচালক স্বৰূপে থাকোঁতা পৰ্ব্বতৰ শিল্পীসকলৰ হতুৱাই যিবোৰ গ্ৰামোফোন-ৰেকৰ্ড বৰদলৈদেৱে প্ৰকাশ কৰিলে, তাৰ সুৰ-সঞ্চাৰ, লয় আৰু লালিত্য আজিও নতুন লাগে। অসমৰ সকলোৰে চিনাকী সুৰসিক আনন্দময় কীৰ্ত্তি বৰদলৈয়ে আজীৱন 'গীতিময়ী অসমা সুৰ-জননী'ৰ সেৱা কৰি গ'ল। তেখেতৰ অমূল্য অৱদান অসমে সমাদৰ কৰক, তেখেতৰ জীৱনৰ সাধনাক ভৱিষ্যৎ অসমৰ সঙ্গীতজ্ঞই কামৰূপীয় সঙ্গীতৰ চৰ্চ্চা আৰু প্ৰচাৰেৰে সফল কৰক —ইয়াকে আন্তৰিকভাৱে আশা কৰা হ'ল।

সঙ্গীতাচাৰ্য্য কীৰ্ত্তি বৰদলৈদেৱৰ শেষ অৱদান—তেখেতৰ পুত্ৰ শ্ৰীযুত মুক্তিনাথ বৰদলৈৰে সৈতে যুটীয়া ৰচনা—**'মেঘাৱলী'** এখনি অভিনৱ আৰু চিৰসুন্দৰ নাটিকা। আমি সাদৰে **'মেঘাৱলী'** প্ৰকাশ কৰি অসমীয়া ৰাইজক নিবেদন কৰিছোঁ। আশা কৰোঁ আনদেশৰ নাট্যকাৰসকলৰ প্ৰসিদ্ধ নাটবোৰৰ দৰে গুণগ্ৰাহী অসমীয়াই অচিৰে এই নাটিকাৱলীবো ইংৰাজী, হিন্দীলৈ ভাঙনি কৰি কথা-ছবিত ৰূপায়িত কৰিব।

বিনীত

১৮৭৪ শক শ্ৰীহৰিনাৰায়ণ দত্তবৰুৱা

# মেঘাৱলী*

## ( চমু চিনাকি )

জয়ন্তীয়া ৰাজ্য অনাবৃষ্টিত ধ্বংসপ্ৰায়। জয়ন্তীয়াবাসীসকল বিষাদ-মলিন। জয়ন্ত ৰজাই জয়ন্তৰ কিন্নৰীসকলেৰে স্তৱ-গীতি গাই মহানদ ব্ৰহ্মপুত্ৰক সন্তুষ্ট কৰিলে। মহানদে সাগৰৰাজ ৰত্নাকৰৰ জীয়েক দেৱী মেঘাৱলীক জয়ন্তই বিয়া কৰালেই তেওঁৰ লগত অহা চাৰিগৰাকী মেঘকন্যাই সুজলা কৰি জয়ন্তৰাজ্য ধনে-ধানে, ফলে-ফুলে সুশোভিত কৰি তুলিব বুলি কোৱাত জয়ন্তই সাগৰৰাজ ৰত্নাকৰৰ ওচৰলৈ সুন্দৰ কটকীক মেঘাৱলীৰ ১৬ বছৰীয়া জন্ম-তিথি উপলক্ষে বঁটা-বাহনেৰে সৈতে পঠায় আৰু লগতে মেঘাৱলীৰ লগত তেওঁৰ বিবাহ-সম্পৰ্কেও সন্দেশ বাতৰি কৈ পঠায়। মেঘাৱলীৰ প্ৰথম জন্ম-তিথিত বিধাতা পুৰুষে কৈছিল যে মেঘাৱলীয়ে ১৬ বছৰ পূৰ কৰি ১৭ বছৰত ভৰি দিলেই যি জনাৰ পৰা প্ৰথমে বিবাহ প্ৰস্তাৱ আহিব তেৱেঁই মেঘাৱলীৰ যোগ্য বৰ হ'ব, গতিকে এই সন্দেশ বাতৰি পাই তেওঁৰ হৰ্ষত বাজে বিষাদ নেলাগিল। মেঘাৱলীৰো এই বিয়াত অমত নাছিল। বিয়াৰ বন্দোবস্ত হৈ গল।

ইফালে বহ্লীক দেশো অনাবৃষ্টিত মৰুভূমিপ্ৰায়। সেই দেশৰ ৰজা মিহিৰৰ চৰ্দাৰ বিমৰ্দকে জয়ন্তকোঁৱৰৰ লগত মেঘাৱলীৰ বিয়াৰ বাতৰি পাই মিহিৰক মেঘাৱলীক বিয়া কৰাবলৈ খাটিলে, কিন্তু জয়ন্তৰ লগত বিয়া ঠিক হ'ল বেতিয়া মেঘাৱলীৰ লগত মিহিৰৰ বিয়া অসম্ভৱ। গতিকে বুদ্ধি কৰি মন্ত্ৰী চালুকীয়ে সেই দেশৰ নৰ্ত্তকী দুগৰাকীৰ হতুৱাই, জয়ন্তই মেঘাৱলীক বিয়া কৰাবলৈ সাজি কাচি

---

* সঙ্গীতাচাৰ্য্য কীৰ্ত্তিনাথ শৰ্ম্মা বৰদলৈ আৰু শ্ৰীযুত মুক্তিনাথ শৰ্ম্মা বৰদলৈ বিৰচিত গীতিনাটিকা।

আহোঁতে নৃত্যগীতেৰে বাট ভুলাই কেনিবা লৈ গ'ল। বত্নাকৰৰ মন্ত্রী জীমূত-বাহনো দবা আগ বঢ়াবলৈ গৈ সেই জালত পৰিল। তেওঁলোক বাট পাহৰি ঘূৰি ফুৰোঁতেই মিহিৰে জয়ন্তৰ আৰু চালুকীয়ে সুন্দৰ কটকীৰ বেশ ধৰি বত্নাকৰৰ পদুলিত উপস্থিত। বত্নাকৰক তেওঁলোকে নমস্কাৰ জনালে, কিন্তু এই নমস্কাৰ পশ্চিমীয়া ধৰণৰ দেখি বত্নাকৰৰ সন্দেহ হ'ল। ইফালে বিয়াৰ লগ্ন প্রায় যায় যায়। এনেতে মন্ত্রী জীমূতবাহন আহি পালে আৰু জয়ন্ত বজা অলপ দূৰতে সমদলেৰে আছে বুলি কলে। তেওঁক দেখি মিহিৰ আৰু চালুকীয়ে পাছ হুঁহকিবলৈ ধৰিলে। মন্ত্রী জীমূতবাহনে তেওঁলোকৰ সকলো ছল-চক্রান্তৰ কথা সাগৰৰাজক কলে আৰু সিইতক মেঘাৱলীক জয়ন্তদেশত থৈ উলটি নহালৈকে বন্দী কৰি ৰাখিবলৈ কলে। মেঘাৱলীৰ বিয়া হৈ গ'ল। তেওঁৰ চাৰিগৰাকী মেঘকন্যা সখী প্রত্যেকে তিনি মাহকৈ জয়ন্তদেশত থকাৰ বন্দোবস্ত হ'ল। মন্ত্রী জীমূতবাহনে মেঘাৱলীক জয়ন্তীয়াদেশত থবলৈ গ'ল আৰু সাগৰৰাজে মেঘাৱলীৰ যৌতুকত দিয়া দেৱতিলক জয়ন্তকোঁৱৰক পিন্ধাই অমৰত্ব লাভ কৰালে। জয়ন্তাৰাজ্য আকৌ আগৰ নিচিনা ভূস্বৰ্গ হৈ পৰিল। জীমূতবাহনে জয়ন্তাৰাজ্যত দেৱী মেঘাৱলীক সকলো ঐশ্বৰ্য্যৰ অধিকাৰিণী পাতিলে—সকলো কাৰ্য্যত মেঘাৱলীৰ অধিকাৰ বেছি কৰি দিলে। জয়ন্ত কোঁৱৰে তাতে সম্মতি প্রকাশ কৰি লিখি দিলে। সেই গতিকেই আজিও জয়ন্তাৰাজ্যত স্ত্রীৰ ঠাই পুৰুষৰ আগত। উপাধি, ঐশ্বৰ্য্য সকলোৰে গৰাকী স্ত্রী।

ওপৰৰ কাহিনীটি বুকুত লৈ 'মেঘাৱলী' নামেৰে এই অপূৰ্ব্ব আৰু মনোৰম গীতি-নাটিকা আজি অসমীয়া সাহিত্যিক সমাজৰ সমুখ। ব্ৰহ্মপুত্ৰ, দক্ষিণ সাগৰ, ভাৰতবৰ্ষৰ পূব আৰু পশ্চিম সীমান্ত প্রদেশ এই নাটকৰ পটভূমিকা।

'মৌচুমি' বতাহৰ বোকোচাত উঠি অহা মেঘৰ আৱলীয়ে খাছীয়া পাহাৰৰ চেৰাপুঞ্জীত যি ভাৱে বৰষুণ দিয়ে, পৃথিবীত তাৰ তুলনা নাই। এই অনন্য-উপম ঘটনাটি কোনো কবিৰ কলমত আজিলৈকে ধৰা পৰা নাই। খাছীয়া-জয়ন্তীয়া পাহাৰত ৰূপহী তিৰোতাৰ কাজল চকুৰ দৰে যি স্নিগ্ধতা, খাছীয়া-জয়ন্তীয়াৰ

অৰণ্যত ম'ৰা চৰাইৰ যি কোঢ়াল, তাৰ পথে ঘাটে বনৰীয়া হাতীৰ শুঁড়েদি এলোৰা পানীৰ ছিটিকনিত যি সৰু সৰু ৰামধেনুৰ সৃষ্টি আৰু তাৰ পৰ্ব্বতে ভৈয়ামে বিয়াকুল হৈ বৈ যোৱা নিজৰাৰ যি খিকিন্দালি আৰু কান্দোন, সেই সকলোবোৰ থুপ খাই আছে 'মেঘাৱলী'ৰ গীত আৰু নাচোনত। ইয়াৰ বাহিৰেও নাটখনিত আছে আধুনিক ৰাজনীতিৰ কূটজাল, তলে তলে বৈ যোৱা সুবিমল হাঁহিৰ পুং, তিৰোতাৰ দুৰ্ব্বলতা, কমনীয়তা আৰু লালিত্য, উষৰ মৰুভূমিৰ মৃগতৃষ্ণাৰ্ণৱৰ জলৰ মায়া আৰু তাৰ ৰহস্যময়ী প্ৰকৃতিৰ দৰেই নিষ্মম ইৰাণী, বেদুইন আৰু উদাসী অঘৰীৰ বিভীষিকাপূৰ্ণ ছল-চক্ৰান্ত। মহাসাগৰৰ দাক্ষিণ্য অসমত —কাৰ্পণ্য বহ্লীক বা বেলুচিস্থানত। দুইদেশৰ মানুহৰ প্ৰকৃতি যথাক্ৰমে কেনে সৰল আৰু কঠোৰ, তাৰ আভাষ আছে অসমৰ জয়ন্তেশ্বৰত আৰু বেলুচিস্তানৰ মিহিৰত। সাগৰ-জায়া বাৰুণী, মেঘাৱলীৰ সখী বাসন্তী, নিদাঘী, প্ৰাবৃষা আৰু শাৰদা অসমৰ নদ-নদী সৰোবৰৰ আৰু বতৰৰ সঁচাসচিকৈয়ে দেৱী।

যি কবিয়ে বিজুলীয়ে নাচি থকা পৰ্ব্বতৰ খোপাভৰা ভাৱৰৰ খোপা দেখি ভোল যায়, ৰামধেনুত জোৱা বৰষুণৰ কাঁড়ে যাৰ সজল হিয়াত প্ৰস্ৰৱণৰ ৰচনা কৰে সকৰুণতাৰ—তেওঁৰ কাৰণে সদাই 'আকুল মেঘে ঢালে সজল ধাৰা ঐ সজল ধাৰা,' আৰু তেওঁৰ কাণত সদাই 'ধৰণী বিহগ মাতে আজি মুখৰা ঐ আজি মুখৰা'। আমি এই নাটকৰ উদ্দেশ্যৰ সফলতা কামনা কৰোঁ।

কমলেশ্বৰ চলিহা

# মেঘাৱলী

## নাটৰ ভাৱৰীয়াসকল

### মুনিহ

ব্ৰহ্মপুত্ৰ—মহানদ ব্ৰহ্মপুত্ৰৰ মূৰ্ত্ত-প্ৰতীক।

জয়ন্তৰাজ—জয়ন্তীয়া ৰাজ্যৰ অধিপতি।

সুন্দৰ—ঐ মন্ত্ৰী আৰু কটকী।

ৰত্নাকৰ—সমুদ্ৰ দেৱতা।

জীমূতবাহন—ঐ মন্ত্ৰী।

মিহিৰ—বহ্লীকদেশৰ অধিপতি।

চালুকী—ঐ মন্ত্ৰী।

বিমৰ্দ্দক—ঐ চোৰাংচোৱা।

সমুদ্ৰৰ প্ৰতিহাৰী, বহ্লীকৰ দুৱৰী, চোৰাংচোৱা,
বাটকৰুৱা, ৰক্ষী আদি।

### তিৰোতা

মেঘাৱলী—ৰত্নাকৰৰ কন্যা।

বাসন্তী—বসন্তকালৰ মেঘৰ দেৱী।

নিদাঘী—গ্ৰীষ্মকালৰ ঐ

প্ৰাবৃষা—বৰ্ষাকালৰ ঐ

শাৰদা—শৰৎকালৰ ঐ

বাৰুণী—ৰত্নাকৰৰ পাটমাদৈ।

ৰত্নাকৰৰ লিগিৰীসকল, জয়ন্তাৰ কিন্নৰীসকল,
মকৰকন্যাসকল।

---

# পূর্ব্বমেঘ—প্ৰথম লহৰী

## শুকান পৰ্ব্বত—ভৈয়ামৰ জয়ন্তাপুৰ

[ শুকান গছৰ তলে তলে আমন-জিমনকৈ কেগৰাকীমান জয়ন্তীয়া কিন্নৰী বহি থাকে আৰু ধীৰে ধীৰে উঠি গীত ধৰে। ]

### জয়ন্তা কিন্নৰীসকলৰ গীত

### ( ১ ) দুৰ্গা মিশ্ৰ—কাৱালী

বিৰিখৰে ডাল ভৰি, কেতিয়া হাঁহিব কুঁহি ?
কেতিয়ানো ভোমোৰাই নিব ফুলৰ মৌ চুহি ?
তেজগোৰা বেলিটিয়ে মাৰে অগনিৰে বাণ,
অসহন যাতনাত ইচাটি বিচাটি প্ৰাণ,
মন মাৰি সমনীয়া নাথাকা নাথাকা বৈ
পাহৰি মনৰে দুখ মাৰা উলাহৰে হাঁহি ॥

( সুন্দৰৰ প্ৰৱেশ )

**সুন্দৰ**

দুৰ্দ্দিনৰ সঙ্গীত নিস্তব্ধ হওক ! একালৰ প্ৰকৃতিৰ ৰম্যভূমি, চিৰবসন্তবিৰাজিত জয়ন্তাৰাজ্যত অনাবৃষ্টি, কেউফালে অনাহাৰ, অকাল মৰণৰ বিভীষিকা—সকলো ফালে হাহাকাৰ। এই আসন্ন মৰণৰ মাজত তহঁতৰ নৃত্য-গীতে শোভা নাপায়। তহঁতৰ নীৰস কণ্ঠ

তিয়াবলৈকো এটুপি পানী নাই—কি সতেৰে নো তইঁতে গীত গাইছ? শুনহক! কাইলৈ দোকমোকালিতে মহাৰাজ জয়ন্তেশ্বৰে সমদলেৰে গৈ বাবা ব্ৰহ্মপুত্ৰক আমাৰ দুখ-বিপত্তি নিবেদন কৰিব। যদি তইঁতে স্তব-স্তুতিৰে মহানদক সন্তুষ্ট কৰিব পাৰহক, তেহে জয়ন্তাৰাজ্যও মৰণৰ পৰা ৰক্ষা পৰিব আৰু তইঁতৰো সুললিত কণ্ঠৰ সাৰ্থকতা হব। এতিয়া মই যাওঁ—তইঁতেও সমদলৰ লগত যাবলৈ সাজু হগৈ।

( সুন্দৰৰ প্ৰস্থান )

## কিন্নৰীসকলৰ গীত

( আগৰ সুৰ তালত )

বৈ যোৱা নিজৰাটি বাটতে থমকি ৰল
পখীবোৰে বাহ এৰি দূৰণিলৈ গুচি গ'ল,
তেও বুলি সমনীয়া নাগাই নানাচি ঐ
কি কৰানো সমনীয়া আমনে জিমনে ৰহি?

( গীত গাই গাই কিন্নৰীসকলৰ প্ৰস্থান

# পূর্ব্বমেঘ—দ্বিতীয় লহৰী

## ব্ৰহ্মপুত্ৰৰ পাৰ

[ জয়ন্তাৰাজ, সুন্দৰ কটকী আৰু জয়ন্তীয়া কিন্নৰীসকল ]

### সকলোৰে স্তৱগীত

( ২ ) ইমন কল্যাণ—ঝাঁপতাল

বন্দে বন্দে নদেশং, কামৰূপপালকং
লৌহিত্যং দেৱপূজ্যং ।
বন্দেঽহং ব্ৰহ্মপুত্ৰং, চতুৰাননসুতং
শঙ্খেন্দু-কুন্দোজ্জ্বলং ॥
বন্দে তাপহৰং কামৰূপতনয়ৈঃ
পূজিতং সর্ব্বদৈৱ ।
বন্দে বিশালহৃদয়ং পূতজল বাহকং,
তীর্থৰাজং শৰণ্যং ॥

( গীতৰ অন্তত জয়ন্তকুমাৰৰ কাকুতি-প্ৰাৰ্থনা )

**জয়ন্ত**

( কৰযোৰকৈ )—হে প্ৰণতপালক, বিশালহৃদয়, মহাবাহু বাবা ব্ৰহ্মপুত্ৰ ! আপোনাৰ কৃপাত কামৰূপা আই সুজলা, সুফলা, ধন-ধান ঐশ্বৰ্য্যেৰে ভৰপুৰ—বিশ্বপূজ্যা । আপোনাৰ কৃপাতহে কামৰূপা মাতৃৰ সন্তানসকল শৌৰ্য্য-বীৰ্য্য, ৰূপ-সৌন্দৰ্য্যত, শিল্প-বাণিজ্যত,

সভ্যতা-সংস্কৃতিত চিৰকাল জগদ্বৰেণ্য হৈ আছে। কিন্তু হায় প্ৰভো! কামৰূপা জননীৰ এসময়ৰ মনমোহা সৌন্দৰ্য্য-শালিনী, ঐশ্বৰ্য্যময়ী জীয়াৰী জয়ন্তাপুৰী আজি শ্মশানত পৰিণত। জয়ন্তাৰ নৈ-নিজৰা, সৰোবৰ-পুখুৰীৰ পানী বহুদিনৰ অনাবৃষ্টিত শুকাই সেই দেৱতা-বাঞ্ছিত জয়ন্তাদেশ আজি মৰুভূমিপ্ৰায়। হে বিধিৰ প্ৰিয়তম পুত্ৰ! এবাৰ কৃপাকটাক্ষ কৰি আপোনাৰ গতি জয়ন্তাপুৰীৰে ঘূৰাই নিয়কহি প্ৰভু। হে কৃপাসিন্ধু! চুলি ছিঙি কাতৰকৈ কাকুতি কৰিছোঁ, শৰণাগত দাসক কৃপা কৰক!

( অন্তৰালত পঞ্চ দেৱবাদ্যৰ ধ্বনি—পানীৰ মাজৰ পৰা লাহে লাহে ব্ৰহ্মপুত্ৰৰ আবিৰ্ভাৱ—পাৰৰ সকলোৱে আঠু লৈ স্তুতি কৰে )

**সকলোৱে**—( জাত লগাই গায় )

ওঁ ব্ৰহ্মপুত্ৰ মহাবাহো শান্তনুকুল-নন্দন।
অমোঘা-গৰ্ভ-সম্ভূত তাপং লৌহিত্য মে হৰ॥

( স্তুতিৰ অন্তত সকলোৱে হাতযোৰকৈ থিয় হয় )

**ব্ৰহ্মপুত্ৰ**

জয়ন্তকুমাৰ আৰু জয়ন্তাবাসীসকল! তোমালোকৰ সকৰুণ প্ৰাৰ্থনাই মোৰ হিয়া স্পৰ্শ কৰিছে; কিন্তু বিধিৰ বিহিত গতিত বাজে আন কোনোফালে যাবলৈ মোৰ শক্তি নাই। বিধিৰ লিখনতেই জয়ন্তাপুৰীৰ ইমানখিনি দুখ-দুৰ্দ্দশা হৈ গ'ল; কিন্তু এই দুখৰ দিনৰ লাহে লাহে অন্ত পৰি আহিছে, আৰু অচিৰতে এই দুখৰ অন্ত পৰিব।

জয়ন্ত

( ব্যাকুলভাৱে হাতযোৰকৈ ) দয়াময় প্ৰভো, কৃপা কৰি শীঘ্ৰে এটি উপায় দিয়ক—নহলে জয়ন্তাদেশ ধ্বংস হয়।

ব্ৰহ্মপুত্ৰ

জয়ন্ত! অধীৰ নহবা—শুনা। আজিৰপৰা তিনিদিনৰ মূৰত আমাৰ চক্ৰৱৰ্ত্তী সম্ৰাট সাগৰ দেৱতা ৰত্নাকৰৰ কন্যা ৰাজকুঁৱৰী মেঘাৱলী দেৱীৰ ষোল বছৰীয়া জন্মতিথি উৎসৱ আৰম্ভ হব। এই উৎসৱ এক পক্ষ কাল চলিব। তালৈ পৃথিবীৰ নদ-নদী, জান-জুৰি, হ্ৰদ-সৰোবৰৰ দেৱ-দেৱীসকলে আইদেউৰ জন্মতিথিৰ বঁটা-বাহনেৰে কটকী পঠাব। আমাৰ কামৰূপৰ পৰাও নদ-নদীৰ জলকোঁৱৰ-জলকুঁৱৰীসকলৰ বঁটা-বাহনেৰে কটকী যোৱা স্থিৰ হৈছে। তোমাৰ আৰু আমাৰো বঁটাবাহনেৰে সম্ৰাট ৰত্নাকৰক ভেটিবলৈ তোমাৰ সৰ্ব্বগুণী সৰবৰহী সুন্দৰ কটকীকে পঠোৱা। সেই বঁটা-বাহনৰ লগতে সুন্দৰে মোৰ সন্দেশ বাতৰি লৈ মেঘাৱলী দেৱীক তোমালৈ বিবাহ দিবলৈ সম্ৰাটক নিবেদন কৰক গৈ। মোৰ বিশ্বাস মোৰ সন্দেশ অনুৰোধ সম্ৰাট ৰত্নাকৰে উপেক্ষা নকৰি মেঘাৱলী আইদেউক তোমালৈ বিবাহ দিব। মেঘাৱলী দেৱী জয়ন্তাপুৰীলৈ আহিলেই তেওঁৰ লগতে তেওঁৰ নিত্যসহচৰী—নিদাঘী, প্ৰাবৃষা, শাৰদা আৰু বাসন্তী এই চাৰি সখী আহিবই। তেওঁলোক মেঘৰ অধিষ্ঠাত্ৰী দেৱী। তেওঁলোক যি দেশলৈকে যাব, সেই দেশত বাৰেও মাহে সু-বৃষ্টি হৈ দেশ ধনে-ধানে, শস্যে-ফলে-ফুলে নদন-বদন

**কৰি তুলিব। মই আশীৰ্ব্বাদ কৰিছোঁ। সমুদ্ৰদেৱে তোমাৰ মনোবাঞ্ছা পূৰ্ণ কৰক।**

**( পুনৰায় দেৱবাদ্যধ্বনি আৰু উকলিৰ মাজত ব্ৰহ্মপুত্ৰৰ লাহে লাহে পানীৰ মাজলৈ অন্তৰ্দ্ধান )**

**( পাৰৰ সকলোৱে পুনৰায় আঠু কাঢ়ি স্তুতি পাঠ কৰে )**

**সকলোৱে**—( জাত লগাই )

ওঁ ব্ৰহ্মপুত্ৰ মহাবাহো·· ·· ইত্যাদি।

**( পট পৰিবৰ্ত্তন )**

## পূৰ্ব্বমেঘ—তৃতীয় লহৰী

### সাগৰতলিৰ প্ৰমোদ উদ্যান

উদ্যানৰ মাজৰ এখন আসনত ৰত্নাকৰৰ কন্যা মেঘাৱলী দেৱীয়ে বহি গীত গায়]

মেঘাৱলী

গীত

(৩) হিন্দোল মিশ্ৰ—একতালা

হে ঋতুৰাজ! দিয়া তোমাৰ কোমল পৰশ,
মোৰ ফুলনিত ধৰক আজি চিৰ নতুন সাজ॥
পৱনবেগে সোণৰ ৰথত,
নামি আহাঁ ধৰাৰ বুকত,
ফুলকলি মোৰ আঁৰতে বৈ বিলাব সুবাস।
দিয়া তোমাৰ·········॥
বিতৰে পৰাগ সমীৰণে,
হিন্দোল সুৰে তব আগমনে
জাগিছে কৱিতা কুসুম ছন্দে, তৰুণ পৰাণ মাজ॥
দিয়া তোমাৰ·········॥

( মেঘাৱলীৰ গীতৰ অন্তত গীত গাই গাই নাচি নাচি মেঘকন্যাসকলৰ প্ৰৱেশ )

## মেঘকন্যাসকলৰ নৃত্য-গীত

( ৪ ) মিশ্ৰ খাম্বাজ—দাদৰা

নিৰজনে প্ৰাণৰ কথা কোৱা যদি, কোৱা সখি।
যদি লাগে, হিয়াত লোৱা অৰূপৰ ছবি আঁকি।
কত ৰঙে, কত ৰাগে
যি কথা মনতে জাগে,
দুচকুতে ভৰি তাকে হাঁহিটিৰে থোৱা ঢাকি।

**মেঘাৱলী**

আজিনো সখীহঁত তোমালোকৰ কি হ'ল? উলাহতে দেখোন তোমালোকৰ হিয়া আঠখন-নখন। কি মন্ত্ৰণা কৰিনো আহিছাঁহঁক?।

**বাসন্তী**

আজি যে তোমাৰ জন্ম-তিথি সখী!

**মেঘাৱলী**

আজিহে মোৰ জন্ম-তিথি হৈছে? আনকাল হোৱা নাই নে কি?

**নিদাঘী**

আজি যে সখী, তোমাৰ ষোল বছৰ পূৰ হ'ল।

**মেঘাৱলী**

পিছে তাৰপৰা নো কিটো হ'ল? তোমালোক হবলা, পানী-কেচুৱা হৈয়েই আছা!

প্ৰাবৃষা

নহয় সখী, সেইবোৰ কথা নহয়। আজি পূব-দেশৰ মহানদ লুইত কোঁৱৰৰ কটকীয়ে বহুত বঁটা-বাহন আনিছে—হিঃ হিঃ হিঃ ( এটায়ে হাঁহে )।

মেঘাৱলী

( খঙেৰে ) তোমালোকৰ আজি কি হৈছে হোঁ? এনেখন পেংলাই কৰি থাকিলে হলে মই ইয়াৰ পৰা গুচি যাম। লুইত কোঁৱৰ মোৰ ককাই। চেনেহী ভনীয়েকৰ জন্মতিথিত সাদৰী ককায়েকে উপহাৰ পঠোৱাত হাঁহিবৰ কি কথা হ'ল মই হলে একো বুজা নাই।

শাৰদা

ধৰণীৰ অধিপতি সম্ৰাট ৰত্নাকৰ মহাৰাজৰ কন্যাৰ জন্মতিথিত নদ-নদী, হ্ৰদ-সৰোবৰৰ জলকোঁৱৰ-জলকুঁৱৰী সকলৰ বঁটা-বাহন, ভেটী-ভাৰ অহাত হাঁহিবলগীয়া একো নাই সঁচা, পিছে লুইত কোঁৱৰৰ বঁটা-বাহনৰ লগতে জয়ন্তাপুৰীৰ ৰাজকোঁৱৰৰ হেনো বহুত ভাৰভেটী লৈ এজন কটকী আহিছে। আজি মন্ত্ৰী জীমূতবাহনৰ বাৰীত পোৱাল-মুকুতা বুটলিবলৈ গৈ এই সম্ভেদটো পাই আহিছোঁ। জয়ন্ত কোঁৱৰলৈ তোমাক ধৰিবলৈ সেই কটকীৰ হাতত্তে লুইত কোঁৱৰে আমাৰ মহাৰাজলৈ সন্দেশ-বাতৰি পঠাইছে।

( সখীসকলে মুখ টিপি হাঁহে )

### মেঘাৱলী

( গম্ভীৰ ভাৱে ) জন্ম-মৃত্যু-বিবাহ বিধাতাৰ বিধানত হে মাথোন হয়। ইয়াত দেৱ বা মনিচৰ হাত নাই। "যাৰ কন্যা তাৰ বিবাহ" বুলি শাস্ত্ৰয়ো কয়। বিয়াৰ নিচিনা এটি মহান্ পৱিত্ৰ-অনুষ্ঠানৰ কথা লৈ উপলুঙা কৰি হঁহাটো বৰ দোষ। সেইবোৰ কথা বাৰু এতিয়া থোৱাহক। আমাৰ বৰুণ-পূজাৰ সময় হ'ল। মন্দিৰলৈ যাওঁগৈহক বলা।

### বাসন্তী

সজ! সজ! মন্দিৰলৈ যোৱাৰ আগতে কিন্তু তোমাৰ অমিয়া-কণ্ঠৰ গীত এটি শুনাবই লাগিব।

### মেঘাৱলী

( হাঁহি ) বাৰু, তোমালোকেও হলে মোৰ লগতে গাব লাগিব।

### সকলোৱে

বাৰু লগাই দিয়া।

### মেঘাৱলী আৰু সখীসকলৰ গীত

### ( ৫ ) ভাটিয়ালী—কাহাৰৱা

আমি সপোন দেখোঁ পহুম বনত ভোমোৰাৰে স'তে।
মলয় আহি আমাৰ লগত গোপন কথা পাতে।
ভোমোৰাৰে স'তে॥

বনৰ ছাঁয়াই মায়া আনে,
কুঁহিপাতত ৰহণ সানে,
থুপিতৰাই বিলৰ পানীত হাঁহি মাৰি মাতে ;
ভোমোৰাৰে স'তে ॥
সেই নিজানত জোনাকীয়ে,
ৰূপৰ ৰেণু সিঁচি দিয়ে,
নয়ন ভৰি সপোন দেখোঁ ৰূপৰ পিয়াহতে ;
ভোমোৰাৰে স'তে ॥

( গীত গাই গাই সকলোৰে প্ৰস্থান )



# পূর্ব্বমেঘ—চতুৰ্থ লহৰী

## ৰত্নাকৰৰ ৰাজসভা

[ সাগৰৰাজ ৰত্নাকৰ, মন্ত্ৰী জীমূতবাহন, প্ৰতিহাৰী আৰু মেঘকন্যাসকল ]

### মেঘকন্যাসকলৰ গীত

( ৬ ) কামৰূপী মিশ্ৰ সুহাই—পৰিতাল

পোৱালৰ মুকুতাৰ গাঁথি সাতেসৰী-হাৰ।
পিন্ধা শঙ্খৰ মুঠি খাৰু, ৰতনৰে অলঙ্কাৰ॥
সোণোৱালী বিজুলীৰ
কীৰিটি শিৰতে লোৱা,
কপালতে ৰেখা লোৱা ৰূপালী থূপিতৰাৰ॥
তোমাৰে বিচাৰি ফুৰে ভৈয়ামৰে যত নৈ,
গছে বনে হালিজালি মাতিছে বাউলী হৈ;
পচোৱা বজালে বেণু,
মনমোহা ৰামধেনু
আকাশতে জিলিকিলে সাতোৰঙে জাতিষ্কাৰ॥

( গীতৰ অন্তত মেঘকন্যাসকলে ৰত্নাকৰক প্ৰণাম কৰে )

**ৰত্নাকৰ**

মেঘকন্যাসকল! আজি মোৰ অতি চেনেহৰ মেঘাৱলী আইৰ জন্ম-তিথিত তোমালোকে এনে মনমোহা নৃত্য-গীতৰ উপহাৰ দিয়া

বাবে তোমালোকক অশেষ ধন্যবাদ। এতিয়া অন্তেষপুৰলৈ যোৱাগৈহক। মোৰ আই মেঘাৱলীয়ে ইমান পৰ তোমালোকক নেদেখি চাগৈ চাটি-ফুটি লগাইছে।

( মেঘকন্যাসকলৰ ওলগনি দি প্ৰস্থান )

(· মন্ত্ৰীলৈ চাই ৰত্নাকৰ ) মন্ত্ৰী জীমূতবাহন! আজি আই মেঘাৱলীৰ ষোল-বছৰীয়া জন্ম-তিথি উপলক্ষে আন আন বছৰৰ দৰে এইবাৰো আমাৰ ৰাজ্যৰ সকলো ঠাইতে মহোৎসৱৰ আয়োজন কৰা হৈছেনে?

### জীমূত

প্ৰভু! ৰাজধানীত উৎসৱৰ আয়োজন মই নিজে তত্ত্বাৱধান কৰিছোঁ। ৰাজ্যৰ আন সকলো ঠাইতে যাতে সুচাৰুৰূপে আৰু সমাৰোহেৰে মহোৎসৱ সম্পন্ন হয় তাৰো দিহা কৰিবলৈ পাকৈত বিষয়াসকলক ঠায়ে ঠায়ে পঠাইছোঁ।

### ৰত্নাকৰ

উত্তম। আমন্ত্ৰণ কৰা অভ্যাগতসকলৰ কিবা বাতৰি পাইছা নে?

### জীমূত

সম্ৰাট! পৃথিবীৰ প্ৰায় সকলোবিলাক নদ-নদী, হ্ৰদ-সৰোবৰৰ জলকোঁৱৰ-জলকুঁৱৰীসকল আইদেউৰ জন্ম-তিথিৰ বঁটা-বাহেনৰে পাইছেহি। তেওঁলোক এতিয়া আমি সজাই থোৱা বাহৰবোৰত আছেহি।

### ৰত্নাকৰ

পূবদেশৰ আমাৰ লুইত কোঁৱৰৰ কিবা সম্বাদ পাইছানে?

**জীমূত**

পূব-দেশৰ মহানদ ব্ৰহ্মপুত্ৰৰ পৰাও আনকালতকৈও এইবাৰ বহুত সৰহ বঁটা-বাহন আৰু প্ৰভুলৈ এখনি বিশ্বাসী সন্দেশপত্ৰ লৈ জয়ন্তাপুৰীৰ এগৰাকী কটকী আহিছে। তেওঁ এতিয়া ৰাজসভাৰ বাহিৰ কৰাপাটতে প্ৰভুৰ চৰণ দৰ্শনৰ বাবে অপেক্ষা কৰি আছেহি। প্ৰভুৰ অনুমতি হলেই তেওঁক ইয়ালৈ মতাব পাৰোঁ।

**ৰত্নাকৰ**

নিশ্চয়! নিশ্চয়! প্ৰতিহাৰী, তুমি ততালিকে বাহিৰ কৰা-পাটত বৈ থকা জয়ন্তাপুৰীৰ কটকীক সসম্মানে সভালৈ মাতি আনাগৈ। ( প্ৰতিহাৰীৰ ওলগনি দি প্ৰস্থান ) মন্ত্ৰীবৰ! তোমাৰ মনত থাকিব পায়, মেঘাৱলীৰ প্ৰথম জন্ম-তিথিত বিধাতাপুৰুষে আশীৰ্ব্বাদ কৰি কৈছিল যে মেঘাৱলীয়ে ষোল বছৰ পূৰ কৈ সোতৰ বছৰত ভৰি দিলেই যি জনাৰ পৰা প্ৰথমে বিবাহ প্ৰস্তাৱ আহিব তেৱেঁই মোৰ মেঘাৱলীৰ যোগ্য বৰ হব। আজি মোৰ আয়ে সোতৰ বছৰত ভৰি দিলে। ৰাতিপুৱাৰে পৰা এই কথাটি ঘনে ঘনে মোৰ মনত পৰি আছে—জানো মেঘাৱলীৰ কপালত বিধাতাই কেনে বৰ লিখিছে!

( প্ৰতিহাৰীৰে সৈতে বহুত বঁটা-বাহন লৈ সুন্দৰ কটকীৰ গীত গাই গাই প্ৰবেশ )

**সুন্দৰ কটকীৰ গীত**

(৭) মিশ্ৰ বেলোৱাৰ—একতালা

অসীম হে! তোমাৰ তৰঙ্গলীলাৰ মায়াকে চাই।
জীৱন-জগতে বন্দনাগীতি গায়॥

প্ৰলয় ভীষণ গৰ্জ্জনে তুমি কাল,
শান্ত গহীন মূৰতি তোমাৰ ভাল,
সুনীল বুকত দেখি কিৰণৰে জাল—জীৱন জগতে···॥

**সুন্দৰ**

( গীতৰ অন্তত ৰত্নাকৰক ওলগনি দি ) জলনিধি সম্ৰাট ৰত্নাকৰৰ জয় হওক! প্ৰভু! মই কামৰূপৰ জয়ন্তাপুৰীৰ অধিপতিৰ কটকী —মোৰ নাম সুন্দৰ। জয়ন্তাৰাজে আৰু মহানদ লুইত কোঁৱৰে সম্ৰাটকন্যা মেঘাৱলী আইদেউৰ জন্মতিথি উপলক্ষে এই প্ৰীতি-উপহাৰ পঠাইছে। মহানদে বন্দীৰ হাতত এইখনি সন্দেশপত্ৰও মহাৰাজলৈ দিছে।

( আঠু লৈ বঁটা-বাহনৰ শৰাইতে চিঠি এখন আগবঢ়াই দিয়ে )

**ৰত্নাকৰ**

( শৰাইৰ পৰা চিঠিখন আনি পঢ়ি আঁতাই ) জয়ন্তাৰ কটকী, তোমাক দেখি আমি সন্তোষ পালোঁ। তুমি এতিয়া আমাৰ মন্ত্ৰী জীমূতবাহনৰ ঘৰতে জিৰোৱাগৈ। আমি মন্ত্ৰী আৰু মহাৰাণীৰে পৰামৰ্শ কৰি এই সন্দেশপত্ৰৰ উত্তৰ তোমাৰ হাততে দিম।

**সুন্দৰ**

( ৰত্নাকৰক ওলগনি দি পুনৰায় গীত ধৰে )

ধৰণীয়ে মাগে তোমাৰ কৰুণাজল,
নীল গগনৰ তুমিয়েহে সম্বল,
মেঘমালা দানে দিয়া শস্য-ফুল-ফল—জীৱন জগতে···॥

( গীত গাই গাই সুন্দৰৰ প্ৰস্থান )

ৰত্নাকৰ

জীমূতবাহন! আমাৰ লুইত কোৱঁৰে এই সন্দেশপত্ৰত কি জনাইছে কব পাৰা নে?

জীমূত

সম্ৰাট! সুন্দৰ কটকীয়ে এক প্ৰকাৰে বন্দীক এই পত্ৰৰ ধৰ্ম্ম জানিবলৈ দিছে। বিধাতাৰ অনুপম সৃষ্টি সুজলা-সুফলা দেৱতা-বাঞ্ছিত কামৰূপৰ জয়ন্তাপুৰীৰ অধীশ্বৰ জয়ন্তকোঁৱৰলৈ মেঘাৱলী আইদেউক বিবাহ দিবলৈ মহানদ কোঁৱৰে মহাৰাজলৈ অনুৰোধ কৰি এই সন্দেশপত্ৰ দিছে।

ৰত্নাকৰ

মন্ত্ৰীবৰ! পৃথিবীৰ নেদেখা দেশ, নিচিনা লোক তোমাৰ নাই। জয়ন্তাপুৰীৰ অধীশ্বৰ জয়ন্তকোঁৱৰৰে সৈতে মোৰ মেঘাৱলীৰ বিয়া সম্পৰ্কে তোমাৰ কি অভিমত?

জীমূত

বন্দীৰ বিশ্বাস, বিধিৰ অলঙ্ঘ্য বিধান আৰু আশীৰ্ব্বাদতহে এই বিবাহ-প্ৰস্তাৱ আহিছে; কিয়নো ৰূপে-গুণে, বীৰত্বই যশস্যাই, সকলো প্ৰকাৰে যে জয়ন্তকুমাৰ মেঘাৱলী আইদেউৰ যোগ্য স্বামী হব তাক বন্দীয়ে দঢ়াই কব পাৰোঁ।

ৰত্নাকৰ

ধন্যবাদ, জীমূতবাহন! ধন্যবাদ। এতিয়া সভা ভঙ্গ কৰা হওক। আমি অন্তেষপুৰত মহাৰাণী আৰু পুৰনাৰীসকলেৰে এই বিষয়ে পৰামৰ্শ কৰি কাইলৈ জয়ন্তাৰ কটকীৰ হাততে বিয়াৰ বিষয়ে কি হয় এটা লিখি পঠাম। [সভা ভঙ্গ হয়]

# পূৰ্ব্বমেঘ—পঞ্চম লহৰী

## ৰত্নাকৰৰ অন্তেষপুৰ

[ ৰত্নাকৰৰ পাটমাদৈ বাৰুণী দেৱী এখন সিংহাসনত হাতত এটি পদুম ফুল লৈ বহি আছে। লিগিৰী দুজনীয়ে দৰিদ্ৰক দান দিবলৈ থৰে থৰে কাপোৰ-কানি বয়-বস্ত্ৰ সজাইছে। ]

### ১মা লিগিৰী

আই কুঁৱৰী ! আইদেউৰ জন্ম-তিথিত দুখীয়াক দিবলৈ এইবোৰ বস্ত্ৰ সজোৱা হ'ল। আৰু কিবা লাগিলে, ৰাজ-ভঁড়ালৰ পৰা আনি যুগুত কৰোঁহি—আজ্ঞা কৰক।

### বাৰুণী

( সিংহাসনৰ পৰা নামি আহি বস্ত্ৰৰ দ'মবিলাকৰ মাজে মাজে ফুৰি চাই )

এইবোৰেই জুৰিব পায়। নুজুৰিলেও নো সম্ৰাটৰ ভঁড়ালত বস্ত্ৰৰ অভাৱ নে? এতিয়া মেঘাৱলীয়ে বৰুণ-পূজা কৰি আৰু মহাৰাজে ৰাজসভা সামৰি আহিলেই আমি কৰাপাটত বৈ থকা দৰিদ্ৰনাৰায়ণৰ সেৱা কৰিবলৈ যাব পাৰোঁ।

( সিংহাসনত বহে গৈ )

( ভিতৰত মেঘকন্যাসকলৰ উৰুলি, কিৰিলি পৰা হাঁহি আৰু বিয়ানাম—"স্নান কৰি আইদেৱে দুৰ্গাত মাগে বৰ। জনমে জনমে হোক স্বামী দামোদৰ॥" আকৌ কিৰিলি আৰু হাঁহি। )

নেপথ্যত মেঘাৱলী

তোমালোকক কি বাঘ-তেলে খাইছে আজি? আহাঁ, সিপিনে আইতাই দৰিদ্ৰ-নাৰায়ণ সেৱালৈ আমাৰ কাৰণে বাট চাই আছে।

( মেঘাৱলী আৰু মেঘকন্যাসকলৰ প্ৰবেশ; মেঘাৱলীয়ে বাৰুণী দেৱীক সেৱা কৰে, বাৰুণী দেৱীয়ে মেঘাৱলীৰ হাতত ধৰি তুলি চুমা খায়। )

বাৰুণী

মোৰ আই, চিৰকল্যাণময়ী হোৱা। ( মেঘকন্যাসকললৈ চাই ) তহঁতে দেখোন বিয়ানাম—উৰুলি-হাঁহি-কিৰিলিৰে ৰাজকাৰেং উৰাবলগা কৰিছ? কোন জনীৰ নো বিয়া অ'?

বাসন্তী

( কেৰাহিকৈ মেঘাৱলীলৈ চাই ) আইদেউতা! সখীয়ে কবলৈ দিলে কব পাৰোঁ।

বাৰুণী

বাৰু, ময়ে কবলৈ কৈছোঁ, কহকচোন।

বাসন্তী

আইদেউতা! আজি হেনো মহানদ লুইত কোঁৱৰৰ পৰা সন্দেশপত্ৰ এখন আহিছে। সখীক হেনো কামৰূপৰ জয়ন্তাৰাজলৈ বিয়া দিব লাগে।

বাৰুণী

সঁচা-মিছাৰ সম্ভেদ নলৈ 'হেনো' বাতৰিৰ ওপৰতে এনেবোৰ কথাত ধেমালি নকৰিবিহক দেই।

( ঠিক এনেতে ৰত্নাকৰৰ প্ৰবেশ )

ৰত্নাকৰ

ধেমালি নহয় মহাদেৱী! কথা সঁচা। এইখন আমাৰ লুইত কোঁৱৰৰ চিঠি, পঢ়ি চোৱা।

[ বাৰুণী দেৱীয়ে সিংহাসনৰ পৰা নামি আহি চিঠি লয়—মেঘকন্যা-সকলে একলীয়া হৈ থিয় হয় গৈ—মেঘাৱলীয়ে ৰত্নাকৰক সেৱা কৰে—ৰত্নাকৰে মেঘাৱলীক হাতত ধৰি তুলি, 'কল্যাণমস্তু' বুলি মূৰত হাত দি আশীৰ্ব্বাদ কৰি বাৰুণী দেৱীৰে সৈতে সিংহাসনত বহেগৈ।]

ৰত্নাকৰ

মহাৰাণী! জয়ন্তকোঁৱৰ ৰূপে-গুণে, শৌৰ্য্যে-বীৰ্য্যে, সকলো প্ৰকাৰে মোৰ মেঘাৱলীৰ যোগ্য দৰা হব বুলি জীমূতবাহনে দঢ়াই কৈছে। তুমি কি কোৱা?

বাৰুণী

আজি মেঘাৱলীয়ে ষোল বছৰ পূৰকৈ সোতৰ বছৰত ভৰি দিবৰ দিনাই এই বিয়াৰ বাতৰি অহাটো বেটীৰ মনেৰে বিধতাপুৰুষৰ আশীৰ্ব্বাদৰ ফলহে। এতিয়া মহাৰাজৰ আজ্ঞাই আমাৰ শিৰোধাৰ্য্য।

( লাজকুৰীয়া ভাৱে মেঘাৱলী আঁতৰি যায় )

বত্নাকৰ

এতিয়া আই মেঘাৱলীৰ মতটোও আমি পাব লাগে নহয়? ( ইফালে সিফালে চাই ) এ, মেঘাৱলী কেতিয়াবাই ইয়াৰ পৰা গ'লগৈ।

নিদাঘী

( তলমূৰকৈ ) মহাৰাজ! এই বিয়াত সখীৰ অমত নাই।

ৰত্নাকৰ

তইঁতে নো কেনেকৈ জানিলিহক?

প্ৰাবৃষা

আমি মন্ত্ৰীৰ ঘৰত এই বিয়াৰ কথা-বতৰা শুনি সখীৰে সৈতে ধেমালি কৰাত সখীয়ে গহীনভাৱে কলে, "যাৰ কন্যা তাৰ বিবাহ; আৰু কলে, "বিয়াৰ নিচিনা মহান্ পৱিত্ৰ অনুষ্ঠানৰ কথা লৈ ধেমালি কৰাটো বৰ দোষ"।

ৰত্নাকৰ

মোৰ আইৰ কি শিক্ষা, কি জ্ঞান! মেঘাৱলীক এনে সুশিক্ষিতা, জ্ঞানৱতী আৰু গুণৱতী কৰি তোলাৰ সকলো গৌৰৱ আমাৰ মহাৰাণী দেৱীৰ হে। "মাক ভালেহে জীয়েক জাতী।" পিছে বাছাহঁত, এই বিয়াত তোমালোকৰ কি মতামত কোৱাহকচোন।

শাৰদা

মহাৰাজৰ আৰু আইদেউতাৰ মতামতৰ ওপৰত নো আমাৰ কি কবলগীয়া আছে? পিছে আমাৰ এটি বিশেষ গোহাৰি মহাৰাজ আৰু আইদেউতাৰ চৰণত জনাবলগীয়া আছে। অনুমতি পালে জনাব পাৰোঁ।

ৰত্নাকৰ

তালৈ আকৌ অনুমতি বিচাৰিছা কিয়? মই নিজেই তোমালোকৰ মতামত বিচাৰিছোঁ।

বাসন্তী

উপজিবৰ দিনৰে পৰা সখী মেঘাৱলীৰে ক্ষন্তেকো এৰাএৰি নোহোৱাকৈ সম্ৰাট-সম্ৰাজ্ঞীৰ নিজৰ ছোৱালীৰ নিচিনাকৈ ডাঙৰ দীঘল হলোঁ। এতিয়া আমি তেওঁক এৰি জীয়াই থাকিম নো কেনেকৈ?

( মেঘকন্যাসকলে চকুলো টোকে )

ৰত্নাকৰ

কথাটো সঁচা। মহাদেৱীয়ে এই সম্পৰ্কে কি কয় শুনা যাওক।

বাৰুণী

মহাৰাজ! মেঘাৱলীৰ লগতে ইহঁতক ভিন্‌পৰ নেভাবি নিজৰ ছোৱালীৰ নিচিনাকৈ আমি প্ৰতিপাল কৰিলোঁ। মেঘাৱলী গ'লে আমাৰ শূন্য হিয়া অলপ পূৰাই থাকিবলৈ ইহঁতত বাজে আৰু আমাৰ কোন আছে? সম্ৰাটে এই সম্পৰ্কে এটা দিহা নকৰিলে আন কোনে কৰিব পাৰে?

ৰত্নাকৰ

বাৰু তেনে সম্প্ৰতি ইহঁত চাৰিওটীয়ে গৈ মেঘাৱলীক জয়ন্তাপুৰীত থৈ আহক। তাৰ পিছত প্ৰত্যেকে পাল-বদলিকৈ বছেৰেকত তিনিমাহকৈ মোৰ আইৰ লগত থাকিবগৈ। বাকী তিনিটী সেই সময়ত আমাৰ লগত থাকিব। মহাৰাণীয়ে কি কয়?

বাৰুণী

সম্ৰাট দেৱতাৰ এই সুদিহাই আমাৰ শিৰোধাৰ্য্য। (মেঘকন্যা আৰু লিগিৰীলৈ চাই) বাৰু তহঁত এতিয়া পিন্ধি-উৰি ওলাগৈহক; আমাৰ লগতে দৰিদ্ৰ-বিদায় কৰিবলৈ যাব লাগিব।

(লিগিৰী আৰু মেঘকন্যাসকলৰ প্ৰস্থান)

ৰত্নাকৰ

মেঘকন্যাহঁতক লৰালৰিকৈ বিদায় কৰাত মহাৰাণীৰ নিশ্চয় কিবা উদ্দেশ্য আছে?

বাৰুণী

হয় মহাৰাজ! এটি কথাই বেটীৰ মনত খু-দুৱনি লগাইছে। জয়ন্তকুমাৰ সকলোপ্ৰকাৰে আমাৰ মেঘাৱলীৰ যোগ্য দৰা হলেও তেওঁ নশ্বৰ মানুহ…।

ৰত্নাকৰ

বুজিলোঁ মহাদেৱী! আৰু কব নেলাগে। তাৰো দিহা মই ইতিমধ্যেই ভাবি থৈছোঁ। মোৰ আইৰ যৌতুকৰ বস্তু-বাহানিবোৰৰ লগতে আন এটি বস্তু হৈছে অমৰ-তিলক। মেঘাৱলীক জয়ন্তাৰ ৰাজপাটত জয়ন্তকোঁৱৰেৰে বহুৱাই জীমূতবাহনে সেই অমৰ-তিলক কোঁৱৰক পিন্ধাই অমৰকৈ থৈ আহিব। কোঁৱৰ আৰু মেঘাৱলী দুয়ো জয়ন্তেশ্বৰ আৰু জয়ন্তেশ্বৰী নামে দেৱ-দেৱী হৈ যুগযুগান্তৰলৈ কামৰূপ-জয়ন্তপুৰী পালি দেশবাসীৰ উপাস্য হৈ থাকিব!

বাৰুণী

( ৰত্নাকৰক সেৱ কৰি ) সম্ৰাটৰ অশেষ কৃপা। অজ্ঞানীৰ অপৰাধ মাৰ্জ্জনা কৰিব প্ৰভু।

ৰত্নাকৰ

( বাৰুণীৰ হাতত ধৰি তুলি মহাদেৱী বাৰুণী অজ্ঞানী হলে ত্ৰৈলোক্যত জ্ঞানৱন্ত আৰু কোন আছে? এতিয়া বলা দেৱী। মেঘাৱলীক বিচাৰি লৈ বাহিৰ কৰাপাটলৈ যাওঁগৈহক।

( দুয়োৰে প্ৰস্থান )

# আঁৰ কাপোৰ

## ( পূৰ্ব্বমেঘ সমাপ্ত )

# উত্তৰমেঘ—প্ৰথম লহৰী

## জয়ন্তাপুৰৰ ৰাজসভা

[ জয়ন্তকুমাৰ চিন্তিতভাৱে সিংহাসনত বহি আছে, আগত আঠু লৈ মহাপাত্ৰ, সভাসদ আৰু কিন্নৰীসকল ]

**জয়ন্ত**

মহাপাত্ৰ! সুন্দৰ কটকী সাগৰৰাজ ৰত্নাকৰৰ দেশলৈ যাবৰ আজি তিনি দিন হ'ল। এতিয়াও উভতি নহাত মোৰ মন বৰ উগুল-থুগুল লাগিছে। সমুদ্ৰ দেৱতাৰ অনুগ্ৰহ-নিগ্ৰহৰ ওপৰতে জয়ন্তাপুৰী আৰু জয়ন্তাবাসীৰ জীৱনমৰণ নিৰ্ভৰ কৰিছে।

**মহাপাত্ৰ**

মহাৰাজ! বাবা ব্ৰহ্মপুত্ৰৰ অনুগ্ৰহ আৰু আশীৰ্ব্বাদ অথলে নাযায়। সাগৰ-দেৱতাই নিশ্চয়ই জয়ন্তাপুৰীক দয়া কৰিব।

( এনেতে সুন্দৰৰ প্ৰৱেশ আৰু জয়ন্তক ওলগনি )

**জয়ন্ত**

( হৰ্ষমনেৰে ) স্বাগতম্, সুন্দৰ, স্বাগতম্! তুমি চিৰঞ্জীৱী হোৱা; তোমাৰ কথাকে আমি পাতি আছিলোঁ। ৰত্নাকৰ সম্ৰাটৰ পৰা কি সন্দেশ-বাতৰি আনিছা কোৱা। জয়ন্তাপুৰীৰ দুখ-দুৰ্গতি বৰ্ণাব নোৱৰা হৈছে।

সুন্দৰ

মহাৰাজৰ জয় হওক! ইমান দিনৰ মূৰত জয়ন্তাপুৰীৰ দুৰ্গতিৰ অন্ত পৰিল। বাবা ব্ৰহ্মপুত্ৰৰ সন্দেশপত্ৰৰ সদুত্তৰ সাগৰৰাজে দিলে। সেই উত্তৰ বাবাক প্ৰথমে জনাই আপোনাক জনাবলৈ আহিছোঁ। অহা আহাৰৰ প্ৰথম দিনাই সম্ৰাটকুঁৱৰী মেঘাৱলী আইদেউৰ বিবাহ আপোনাৰে সৈতে স্থিৰ কৰি সম্ৰাটে মহাৰাজক আমন্ত্ৰণ জনাইছে। বাবা ব্ৰহ্মপুত্ৰয়ো এই শুভ পৰিণয়ত আপোনাসকললৈ আশীৰ্ব্বাদ জনাই সন্তোষ প্ৰকাশ কৰি পঠাইছে, আৰু বৰযাত্ৰাৰ সকলো সমল-সঁজুলি আমাক যোগান দিবলৈ লুইত কোঁৱৰে কামৰূপৰ জলকোঁৱৰ-সকললৈ আজ্ঞা পঠালেই।

জয়ন্ত

(হাতযোৰকৈ ব্ৰহ্মপুত্ৰৰ উদ্দেশ্যে প্ৰণাম জনাই) জয়! বাবা মহানদ ব্ৰহ্মপুত্ৰৰ জয়! সকলো তেওঁৰেই কৃপা। সুন্দৰ! তোমাক অশেষ ধন্যবাদ। আৰু তো দিন নাই—যি পাৰা বিবাহযাত্ৰাৰ আয়োজন কৰা গৈ। কিন্নৰীসকল, বাবা ব্ৰহ্মপুত্ৰৰ স্তুতি-গীত এটি গোৱা। তাৰ পিছতেই আমি সভা ভঙ্গ কৰিম।

(কিন্নৰী সকলৰ স্তুতি-গীত—সকলোৱে হাতযোৰকৈ থিয় হয়)

(২নং গীত—"বন্দে বন্দে".. ৰ পুনৰাবৃত্তি)

## উত্তৰমেঘ—দ্বিতীয় লহৰী

### বহ্লীক দেশৰ ৰজাৰ তামীঘৰ

[ তাম্বুৰ ভিতৰত এখন ওখ আসনত বহ্লীক অধিপতি মিহিৰ, অইন চাপৰ আসনত মন্ত্ৰী চালুকী, চৰ্দ্দাৰসকল আৰু মৰুকন্যাসকল ]

**মৰুকন্যা সকলৰ গীত**

(৮) ভৈৰৱী—খেমটা

গান! গান! গানে গানে
মন! মন! মনে মনে
গুণ্ গুণ্ গুণ্ উঠে
ৰাগিণী ক্ষণে ক্ষণে।
নীল! নীল দুনয়নে
বিবশ হিয়া টানে।
ৰুণ্ ঝুণ্ ৰুণু ঝুনু
নুপুৰৰ শিঞ্জনে।

( গীতৰ অন্তত ওলগনি দি মৰুকন্যাসকল এফলীয়া হৈ ৰহে। )

**মিহিৰ**

ধন্যবাদ, মৰুকন্যা সকল! তোমালোকৰ মোহজালৰ মোহিনী মায়াত পৰা বিভ্ৰান্ত বণিজ যাত্ৰীসকলৰ ধন-সম্পত্তিয়েই ঘাইকৈ বহ্লীকৰ ঐশ্বৰ্য্য-বিভূতি। তোমালোকৰ মৰীচিকাৰ মায়া সৰোবৰৰ

পানী বিচাৰি ফুৰা বনৰীয়া জন্তুৰ মাংসত পুষ্ট বহ্লীক বীৰসকলৰ প্ৰতাপত দূৰদূৰান্তৰৰ ৰাজ্যবোৰে ত্ৰস্ত হৈ আমাক কৰ যোগাই আছে। তোমালোকেই নীৰস মৰুবাসী বহ্লীক বীৰসকলৰ মনপ্ৰাণ অনুপম নৃত্য-গীতৰে ৰসাল আৰু উদ্দীপিত কৰি ৰাখিছা। সেই অনুপম নৃত্য-গীতৰ অমৃতময় আস্বাদ আৰু অলপ লবলৈ দিয়াহক!

### মৰুকন্যা সকলৰ গীত

(৮নং গীতৰ অন্তৰ:)

### মিহিৰ

উত্তম, অতি উত্তম—মৰুকন্যাসকল! পুনৰায় ধন্যবাদ। তোমালোকে অলপ জিৰোৱাহক। তোমালোকৰ এই অমৃতময় গীত-নৃত্য উপভোগ কৰি সৰস হোৱা মনেৰে আমি অলপ নীৰস ৰাজকাৰ্য্য চৰ্চ্চা কৰোঁ। (মৰুকন্যা সকলৰ উপবেশন।) (মন্ত্ৰীলৈ চাই) মন্ত্ৰী চালুকী, কোনজন চোৰাংচোৱাই এটা অতি লাগতিয়াল বাতৰি আনিছে বুলি কৈছিলা?

(সভাসদ সকলৰ মাজৰ এজনক সম্বোধি) বিমৰ্দ্দক! কি বাতৰি আনিছা, মহাৰাজক বিবৰি কোৱাহি।

### বিমৰ্দ্দক

(আগুৱাই আহি ৰজাক ওলগনি দি) মই পুবদেশবিলাক ঘূৰি উভতি আহোঁতে বাতৰি পালোঁ কামৰূপ সাম্ৰাজ্যৰ অন্তৰ্গত জয়ন্তাৰাজ্যৰ অধিপতি জয়ন্তকুমাৰৰে সৈতে সাগৰৰাজ ৰত্নাকৰৰ কন্যা মেঘাৱলীৰ বিবাহ অহা আহাৰৰ প্ৰথম দিনা হোৱাটো স্থিৰ হৈছে।

মিহিৰ

এইটো বাতৰিকে পূবদেশৰ পৰা আনিছা নে? এইটোনো কি লাগতিয়াল কথা, মন্ত্ৰী?

চালুকী

মহাৰাজ, চোৰাংচোৱা বিমৰ্দ্দকৰ বাতৰি দৰাচলতে লাগতিয়াল —বিশেষকৈ আমাৰ এই অনুৰ্ব্বৰ মৰুময় বহ্লীক দেশৰ কাৰণে। মহাৰাজে অলপ ধৈৰ্য্য ধৰি শুনিলেই সকলো কথা গম পাব।

মিহিৰ

তোমালোকৰ এইবোৰ ঠাৰ-চিয়ঁাৰৰ কথা মই হলে একো বুজিব পৰা নাই। বিমৰ্দ্দক, তুমি আঁতিগুৰি মাৰি আমাক কথাখিনি বুজাই কোৱা।

বিমৰ্দ্দক

যিবা আজ্ঞা মহাৰাজ। জয়ন্তাৰাজ্যত কিছুদিন অনাবৃষ্টি হৈ সেই দেশ শুকাই আমাৰ বহ্লীকৰ নিচিনা হৈছেগৈ। পূবদেশৰ মহানদ লুইতকোঁৱৰৰ পৰামৰ্শ আৰু অনুৰোধ মতে জয়ন্তাৰাজে সাগৰৰ কন্যা মেঘাৱলীক বিয়া কৰাবলৈ স্থিৰ কৰিছে। মেঘাৱলী জয়ন্তাপুৰীত ভৰি দিয়া মাত্ৰকেই সেই দেশত বৰষুণ হৈ দেশখন ধানে-শস্যে, ফলে-ফুলে, ঐশ্বৰ্য্য-বিভূতিৰে আকৌ ৰমকজমক হৈ উঠিব।

মিহিৰ

জয়ন্তা দেশ বহু দূৰৈত। ইমান দূৰৈৰ দেশখন ধনে ধানে চহকী হৈ উঠিলে আমাৰ বহ্লীক বীৰসকলে লুটি আনিবগৈ নোৱাৰিব।

জয়ন্তাদেশ সাকৰাই হওক বা মৰুভূমিয়েই হওক তাত আমাৰ কি ক্ষতি-বৃদ্ধি হব ?

চালুকী

. বন্দীৰ ধৃষ্টতা মৰিষণ কৰি অভয় দিলে বন্দীয়েই আযাৰ-দিয়েক কথা নিবেদন কৰিব খোজোঁ।

মিহিৰ

তুমি নিঃসঙ্কোচে কব পাৰা। তাকে যেনিবা ঠাৰ-চিয়াঁৰ মেৰ-পেচ নলগোৱাকৈ পোনপটীয়া ভাবে কোৱা।

চালুকী

মহাৰাজ! মায়া মৰীচিকাৰ জাল পেলাই আনক মাৰি-মুৰি ডকা দি অনা ধনবস্তুৰে চিৰকাল এখন দেশ পোহপাল যাব নোৱাৰে। ফলত দেশ অনাচাৰেৰে ভৰপূৰ হ'ল—প্ৰজাসকল নীতি-চৰিত্ৰহীন হৈ পৰিছে। বহ্লীকৰ ডকাইত বীৰসকলৰ নিৰ্ম্মম অত্যাচাৰত ওচৰ-সামৰৰ ৰাজ্যবিলাকে ভয়তে কঁপিলেও ঘৃণাত নাক কোঁচায়। ঈশ্বৰে নকৰক—এনে এদিন আহিব পাৰে—এই দেশব্যাপী অনাচাৰৰ প্ৰতিক্ৰিয়া স্বৰূপে, ওচৰ-সামৰৰ ৰাজ্যবিলাকে একগোট হৈ বহ্লীকৰ অস্তিত্ব নাইকিয়া কৰি দিব পাৰে।

মিহিৰ

চালুকী! তোমাৰ ইমান দীঘলীয়া নীতি-বচন শুনিবলৈ মোৰ আজৰিও নাই, স্পৃহাও নাই। কিবা কামৰ কথা থাকিলে থোৰতে মোক কোৱা।

### চালুকী

মহাৰাজৰ যি আজ্ঞা। মহাৰাজে যদি কিবা প্ৰকাৰে মেঘাৱলীক বিয়া কৰাই আনিব পাৰে, তেন্তে সাগৰ-দুহিতাৰ লগতে তেওঁৰ সহচৰীসকলো আহিব। তেওঁলোকেই মেঘ-বৰষুণৰ অধিষ্ঠাত্ৰী দেৱী। মেঘাৱলী আৰু তেওঁৰ সহচৰী মেঘদেৱীসকল এই দেশ সোমোৱাহি মাত্ৰকেই দেশত প্ৰচুৰ বৰষুণ হব আৰু এই বৰষুণৰ ফলত মৰুময় বহ্লীক অচিৰতে শস্যে-ফলে-ফুলে নন্দন-কানন হৈ উঠিব।

### মিহিৰ

তুমি নো এইবোৰ কি বলকিছা? সাগৰৰাজে নিজৰ বাগ্‌দত্তা কন্যাক জয়ন্তকুমাৰক নিদি মোলৈ কেলেই বিয়া দিব?

### চালুকী

মহাৰাজ, তাৰো উপায় আছে। সাগৰৰাজৰ মন্ত্ৰী জীমূতবাহনত বাজে সাগৰ-ৰাজ্যৰ কোনেও জয়ন্তক দেখা নাই। জয়ন্ত কোঁৱৰে সাগৰ যাত্ৰা কৰাৰ গম পালেই সাগৰৰাজে তেওঁক আধাবাটৰপৰা আদৰি আনিবলৈ নিশ্চয় জীমূতবাহনকে পাচিব। ইতিমধ্যে যদি আমাৰ মৰুকন্যা গৰাকীদিয়েক গৈ মায়াজাল পাতি জীমূতবাহন আৰু বৰযাত্ৰীসকলৰ ওপৰত পৰুৱা দেৱতা মেলি দি বাট পাহৰাই আওবাটে লৈ যায়, তেন্তে সেই সুৰুঙাতে মহাৰাজে নিজকে জয়ন্তৰাজ বুলি চিনাকি দি মেঘাৱলীক বিয়া কৰাই লৈ আহিব পাৰে।

### মিহিৰ

( উলাহেৰে ) এহে! এয়ে কথা! উত্তম, উত্তম! মৰুকন্যাসকল, এই কামটি সাধিব পাৰিবা নে?

এজনা মৰুকন্যা

মহাৰাজৰ আজ্ঞা হলে আমি আকাশখন পাতাললৈ নমাব আৰু পাতালখন আকাশলৈ তুলিব পাৰোঁ। এইটো তো সামান্য কথা।

মিহিৰ

বঢ়িয়া, বঢ়িয়া! তেন্তে তোমালোক সাজু হোৱাগৈ। আমিও কাচিপাৰি ওলাওঁগৈ। কি কোৱা মন্ত্ৰী?

চালুকী

হয় মহাৰাজ! সময় চমু চাপিলেহি। জয়ন্তকোঁৱৰে চাগৈ যাত্ৰা কৰিলেই।

মিহিৰ

ভাল কথা! মৰুকন্যাসকলৰ আৰু অলপ সুললিত গীত-নৃত্যেৰে এই শুভদিনৰ উদ্বোধন কৰি আজিলৈ সভা ভঙ্গ কৰা হওক।

মৰুকন্যাসকলৰ পুনৰায় গীত

এই যে মৰু-বনে
অনুৰাগ অকাৰণে!
ঢুলনি লাগে তাৰে
পৰাণত ঘনে ঘনে।

(পটক্ষেপণ)

## উত্তৰমেঘ—তৃতীয় লহৰী

### সমতটৰ ওচৰত বনপথ

[ একালৰ পৰা বাদ্যভাণ্ড সমদলেৰে জয়ন্তকুমাৰ, সুন্দৰ কটকীৰ, আন ফালৰ পৰা দৰা আদৰিবলৈ জীমূতবাহনৰ অনুচৰ সকলেৰে প্ৰবেশ ]

**জয়ন্ত**

সুন্দৰ, সেইসকল কোন আহিছে কব পাৰানে? সম্ৰাট ৰত্নাকৰৰ দেশৰপৰা অহা যেন লাগিছে।

**সুন্দৰ**

কোঁৱৰে ঠিকেই কৈছে। সেই আগত অহা জনেই সম্ৰাটৰ সৌহাত-স্বৰূপ মন্ত্ৰী জীমূতবাহন। ( জীমূতবাহনৰ ওচৰলৈ গৈ ) নমস্কাৰ, মন্ত্ৰী ডাঙৰীয়া। এখেতেই আমাৰ জয়ন্তাপুৰীৰ অধিপতি—মেঘাৱলী আইদেউৰ দৰা।

**জীমূত**

নমস্কাৰ, কটকীদেউ। ( জয়ন্তৰ ওচৰ চাপি ওলগনি দি থিয় হৈ ) জয়ন্তেশ্বৰৰ জয় হওক! সম্ৰাটৰ আদেশত মই সমদলেৰে আপোনাক আগবঢ়াই নিবলৈ আহিছোঁ। সম্ৰাটে পঠোৱা মাল্য-চন্দন গ্ৰহণ কৰক। ( জয়ন্তক মালা পিন্ধায় আৰু কপালত চন্দনৰ ফোঁট দিয়ে )। এতিয়া খোজ লবহে লাগে।

**জয়ন্ত**

-ধন্যবাদ মন্ত্ৰীবৰ! আমিও সাজু।

( এনেতে মোহিনীবেশেৰে দুটি মৰুকন্যাৰ গীত গাই নাচি নাচি প্ৰবেশ )

**মৰুকন্যাসকলৰ গীত**

( ৯ ) শিৱৰঞ্জনী—দাদ্‌ৰা

পথিক শুনা—
সৌ শূইনৰ মৰুৰ বাটত
বাজিছে মায়াৰ বীণা।
মৰু-কাননত চকুৰে নেদেখা
ফুলিছে মায়াৰ ফুল;
মৰীচিকা খেদি নকৰা পথিক
পথৰ অকণো ভুল।
মৰু-বতাহেও 'শুন্ শুন্' কৰি
কিনো কথা কয় শুনা।
পথিক শুনা—

**জীমূত**

কোন তোমালোক মোহিনী মূৰ্ত্তি?

**১মা মৰুকন্যা**

ডাঙৰীয়া, আমি সিন্ধুৰ পশ্চিম পাৰৰপৰা আহিছোঁ। সিন্ধুৰ জলকোঁৱৰে মেঘাৱলী আইদেউৰ বিবাহ-সভাত নৃত্যগীত কৰি অভ্যাগতসকলক সেৱা কৰিবলৈ আমাক পাচিছে।

**জীমূত**

উত্তম কথা। বাৰু আমাৰ আগে আগে তোমালোক গৈ থাকা।

২য়া মৰুকন্যা

( মনে মনে মন্ত্ৰপাঠ কৰি এমুঠি ফুল বৰযাত্ৰীসকললৈ চটিয়াই—কটাক্ষেৰে হাঁহি মাৰি ) তেন্তে ডাঙৰীয়া, আমাৰ পিছে পিছে আহি থাকক।

( মৰুকন্যা সকলৰ প্ৰস্থান—নেপথ্যত গীত )

সৌ যে দূৰৰ ৰূপালী বালিত
উঠিছে মায়াৰ ধ্বনি ;
হে মৰু-পথিক, তোমাৰ মনত
জাগিছে আশাৰ বাণী।
মৰুৰ মায়াত আকুল পথিক
তোমাৰ ই পথ চিনা।
পথিক শুনা—

( সকলোৱে মুগ্ধভাৱে গীত শুনে )

সুন্দৰ

মন্ত্ৰী ডাঙৰীয়া, মোহিনীসকল দেখোন আন কোনোবা বাটেহে গৈছে !

জীমূত

( ৺ধা লাগি কিছুপৰ বৈ ইফালে সিফালে চাই ) এৰা……নহয়। আমাৰ হে কিবা বাটকণা লাগিছে। বাৰু গীতৰ সুৰৰ পিছে পিছে গৈ থাকোঁহক বলা।

সুন্দৰ

ওঁহোঁ। মোৰো কিবা খেলিমেলিখন লাগিল। আমিনো কোন বাটেৰে আহিছিলোঁ ধৰিবই পৰা নাই। আপোনাৰ কথাই হওক বাৰু। নাচনীহঁতৰ পিছে পিছে গৈ থাকোঁহকচোন।

( সকলোৰে প্ৰস্থান—দূৰৈত মৰুকন্যাসকলৰ উচ্চ হাস্য )

---

# উত্তৰমেঘ—চতুৰ্থ লহৰী

## ৰত্নাকৰৰ ৰাজসভা

[ সিংহাসনত বিষণ্ণভাৱে উপবিষ্ট ৰত্নাকৰ, সভাসদসকল, প্ৰতিহাৰী, গাচোৱা লিগিৰী, ৰক্ষীসকল—দূৰৈত অন্তেষপুৰত বিবাহ-বাদ্য বাজি থাকে আৰু উৰুলিধ্বনি হয়। ]

**ৰত্নাকৰ**

সভাসদসকল, মন্ত্ৰী জীমূতবাহনক দৰা আদৰিবলৈ কালিয়েই পঠোৱা হ'ল, এতিয়ালৈকে দেখোন কাৰো দেখা নাই!

**এজন সভাসদ**

১ মহাৰাজ, বৰযাত্ৰীৰ বাতৰি আগবতকৰুৱাকৈ আনিবলৈ আজি প্ৰত্যুষতে এজন দূত পঠোৱা হৈছিল ; তেওঁ এবেলাৰ বাট আগুৱাই গৈ কাকো ক'তো নেদেখি এইমাত্ৰ উভতি আহিছে।

**ৰত্নাকৰ**

জীমূতবাহনৰ তো বাট ভুল হব নেলাগিছিল। কি কথা কি বাৰ্ত্তা মই একো তত্ ধৰিব পৰা নাই। ইপিনে বিয়াৰ লগ্নও উকলি যাবলগীয়া হ'লহি। কি কৰোঁ ?

( দুৱৰীৰ প্ৰৱেশ আৰু ওলগনি )

**দুৱৰী**

প্ৰভু! বাহিৰৰ দেউৰীতে জয়ন্তেশ্বৰ মাথোন এজন অনুচৰেৰে উপস্থিত। মহাৰাজৰ অনুমতি হলে সভালৈ আহিব পাৰে।

**ৰত্নাকৰ**

যোৱা, ততালিকে তেওঁলোক দুজনক সসম্মানে আগবঢ়াই আনাগৈ। আচৰিত কথা!

( দুৱৰীৰ প্ৰস্থান )

মুঠে এজন অনুচৰ লৈ জয়ন্তকুমাৰ বিয়া কৰাবলৈ আহিছে? জীমূতবাহন নো কলৈ গ'ল? জয়ন্তাপুৰীৰ পৰা দৰাৰ লগত বাদ্য-ভাণ্ডেৰে এটা ডাঙৰ সমদল অহাৰ কথা আছিল। সেইসকলৰ নো কি হ'ল?—জয়ন্তকোঁৱৰ যে এনেকৈ অকলশৰে আহিবলগা হ'ল?

( দুৱৰীৰ লগত মিহিৰ আৰু চালুকীৰ প্ৰবেশ—তেওঁলোকে পশ্চিমীয়া ধৰণে ৰত্নাকৰক চেলাম দিয়ে )

**ৰত্নাকৰ**

( স্বগতঃ ) জয়ন্তকোঁৱৰৰ আৰু জয়ন্তাবাসীৰ নো এনে সাজ নে? ক'তা—সুন্দৰ কটকীৰ তো এনে সাজ-পোছাক নাছিল—ওলগনিৰ ধৰণো দেখোন তেওঁৰ সুকীয়া আছিল! ( প্ৰকাশ্যে ) জয়ন্তকোঁৱৰ, আসন গ্ৰহণ কৰা। তুমি এইদৰে ওলোৱাত মই বৰ চিন্তিত আৰু আচৰিত হৈছোঁ।

**মিহিৰ**

( চালুকীলৈ চাই ) এঁ-এঁ-হেৰিয়াৰ ঐ কিবা বুলিছিলে নে······।

**চালুকী**

( আগবাঢ়ি গৈ ) মহাৰাজ, কি কম দুখৰ কথা! আপোনাৰ মন্ত্ৰী জীমূতবাহনে সদলবলে আমাক আগবঢ়াই আনোতে আচম্বিতে বৰ

এদল কিৰাত সেনাই আমাক আক্ৰমণ কৰি বন্দী কৰে। মই নানা প্ৰবন্ধ কৰিহে আমাৰ ৰজাক লৈ পলাই আহিছো।

ৰত্নাকৰ

কি কোৱা? জীমূতবাহন বন্দী? মোৰ কথাটো পতিয়াবৰে মন যোৱা নাই—জীমূতবাহন জগতত অপৰাজেয়। তেওঁ নহলেনো ৰাজকুমাৰীক জয়ন্তাপুৰীত থৈ আহিবই বা কোনে?

চালুকী

মহাৰাজ, সেইবাবে চিন্তা কৰিব নালাগে। আমি জয়ন্তাপুৰলৈ যোৱা এটা গুপুত বাট চিনি পাওঁ—সেই বাটেৰেই দৰা-কন্যাক নিৰাপদে দেশলৈ লৈ যাব পৰা হব। এতিয়া লগ্নৰ সময় উপস্থিত—আৰু অযথা পলম নকৰি শীঘ্ৰে সম্প্ৰদানৰ ব্যৱস্থা কৰক।

ৰত্নাকৰ

( লিগিৰীলৈ চাই ) লিগিৰী, তই মহাৰাণীক জনাগৈ অন্তেষপুৰৰ ৰভাতলতে সম্প্ৰদানৰ যো-জা কৰক; আৰু কোনো ৰকমৰ স্ত্ৰীআচাৰৰ আৱশ্যক নাই বুলি কবি। বিধাতাই ভাল হবিষত বিষাদ ঘটালে।

( লিগিৰী যাব খোজোঁতেই ব্যস্তভাৱে জীমূতবাহনৰ প্ৰবেশ—লিগিৰী থতমত খাই বৈ থাকে )

ৰত্নাকৰ

জীমূত! মোৰ প্ৰাণৰ জীমূত! তুমি কিৰাতৰ হাতৰ পৰা সাৰি আহিলা?

( জীমূতে ৰজাক প্ৰণাম কৰি থিয় হৈ মিহিৰ আৰু চালুকীক দেখে—সিহঁতে লাহে লাহে আঁতৰিবলৈ চেষ্টা কৰে )

জীমূত

সম্রাট, প্ৰভু ! ( মিহিৰ আৰু চালুকীক দেখি ) ই কি ! বহ্লীকৰ ডকাইত মিহিৰ আৰু চালুকী ইয়াত ! অ' এতিয়া বুজিলোঁ। প্ৰভু ! ততালিকে ইহঁত দুয়োকো বন্দী কৰাওক।

( মিহিৰ আৰু চালুকী পিছুৱাই যাবলৈ ধৰে )

ৰত্নাকৰ

কি ! এওঁলোক জয়ন্ত আৰু তেওঁৰ অনুচৰ নহয় নেকি ?

জীমূত

নহয়, প্ৰভু ! নহয়। শীঘ্ৰে বন্দী কৰাওক। দাসে সকলো কথা ভাঙি পাতি কওঁ।

ৰত্নাকৰ

ৰক্ষীসকল, ইহঁতক বন্দী কৰ। ( ৰক্ষীসকল মিহিৰ আৰু চালুকীক বন্দী কৰে। ) জীমূত, এতিয়া কোৱা কি কথা, কি বাৰ্ত্তা।

জীমূত

সম্ৰাট ! এই পাষণ্ড মিহিৰ বহ্লীক দেশৰ ডকাইতৰ ৰজা— ইয়াৰ লগৰ জন তাৰ মন্ত্ৰী চালুকী। ইহঁতৰ জীৱনধাৰণৰ ঘাই উপায় হৈছে—মৰুকন্যাসকলেৰে মৰুভূমিত মায়া মৰীচিকা সৃজন কৰাই বাটৰুৱা সাউদ সকলক পথভ্ৰান্তি লগাই সিহঁতক মাৰি-কাটি ধনবস্তু লুটি অনাটো। এই পাষণ্ডহঁতৰ প্ৰৰোচনাতেই মৰুকন্যা দুজনীয়ে মায়াজাল পাতি আমাক বাটকণা লগাই দিয়ে। হাবিয়ে বননিয়ে ঘূৰি ঘূৰি ক্লান্ত হৈ অৱশেষত কোঁৱৰৰ লগত অহা জয়ন্তা-

বাসীসকলে ব্ৰহ্মপুত্ৰৰ স্তৱ-স্তুতি গাবলৈ ধৰে। তেতিয়াহে মোহিনী ইতৰ মৰীচিকা কাটে। আমিও বেগাবেগিকৈ আহি কোনোমতে মুৰামুৰি সময়ত এইখিনি পাইছোঁ।

**ৰত্নাকৰ**

জয়ন্তেশ্বৰ আৰু বৰযাত্ৰী দল এতিয়া ক'ত ?

**জীমূত**

বন্দীয়ে আগতে দোপদৰৰ ওচৰত সজাই থোৱা দৰাঘৰীয়া বাহৰতে তেওঁলোক সদলবলে জুৰাইছে।

**ৰত্নাকৰ**

( লিগিৰীলৈ চাই ) লিগিৰী, এতিয়া যা। মহাৰাণী আৰু পুৰনাৰী-সকলক কগৈ, দোপদৰৰ ওচৰৰ দৰাঘৰীয়া বাহৰৰপৰা জয়ন্তকোঁৱৰক সমদলেৰে আদৰি আনকগৈ। কিন্তু চাবি, এইবোৰ কথাৰ গম যেন কোনেও ঘুণাক্ষৰেও নাপায়।

**লিগিৰী**

সম্ৰাটৰ যি আজ্ঞা। ( লিগিৰীৰ প্ৰস্থান )

**ৰত্নাকৰ**

বহ্লীকৰ ডকাইত! এতিয়া এই অভিযোগ সম্পৰ্কে তহঁতৰ কি কবলগীয়া আছে ক। মিছা কথা কৈ সাৰিব নোৱাৰিবি। এনে গুৰুতৰ অপৰাধৰ শাস্তি প্ৰাণদণ্ড হে হব লাগে, জাননে ?

মিহিৰ

ৰত্নাকৰ ! মোৰ তৰোৱাল যেনেকৈ চলে মুখ তেনেকৈ নচলে। মোৰ এই পাৰিষদ চালুকীৰ হলে হাতে মুখে সমানে চলে—সিয়েই কওক।

চালুকী

সাগৰৰাজ ! আমাৰ বহ্লীকৰ ল'ৰা-ডেকা-বুঢ়া সকলোৰে খেল দিনে নিশাই মৃত্যুৰ লগত। আপুনি প্ৰাণদণ্ড বুলি আমাক ভয় খুৱাব নোৱাৰে। আপোনাৰ মন্ত্ৰী জীমূতবাহনে কোৱা কথা সঁচা। আমি পঠিওৱা মৰুকন্যাসকলেই জয়ন্তাৰাজৰ বাটকণা লগাই দিছিল। কাৰণ—মেঘাৱলীক আমাৰ অধিপতি মিহিৰলৈ বিয়া কৰাই বহ্লীকৰ মহাৰাণী কৰা; ঘাই উদ্দেশ্য—মৰুময় বহ্লীকক শস্য-শ্যামলা কৰি বহ্লীকবাসীক লুঠ, নৰহত্যা আদি দুৰ্নীতিৰ পৰা সততাৰ বাটলৈ নিয়া। এতিয়া সাগৰৰাজৰ যি অভিৰুচি হয় কৰক।

ৰত্নাকৰ

জীমূত, তোমাৰ মত কি ?

জীমূত

প্ৰভু ! বন্দীৰ মতে আইদেউৰ শুভবিবাহ নিষ্পন্ন হৈ তেওঁ নিৰ্ব্বিঘ্নে জয়ন্তাপুৰী নাপায় গৈ মানে ইহঁতক সাৱধানে বন্দী কৰি থওক। তাৰ পিছত সম্ৰাটৰ যি অভিৰুচি সেইমতে ইহঁতক শাস্তি বিহিব।

ৰত্নাকৰ

উত্তম পৰামৰ্শ। ৰক্ষীসকল, ইহঁতক বন্দীশাললৈ নি খুব সাৱধানে পালি-পহৰীয়া দি ৰাখিবি। বিয়াৰ পিছত মেঘাৱলী আইদেউক জয়ন্তাপুৰীত থৈ জীমূতবাহন উভতি আহিলেহে ইহঁতক মুকলি কৰি আমাৰ সাম্ৰাজ্যৰ সীমাৰ বাহিৰকৈ থৈ দিব লাগিব। বহ্লীকৰ ডকাইত! তহঁতৰ এই মহাপাপ প্ৰচেষ্টাৰ শাস্তি আজিয়েই বিহি থওঁ শুনহক। শঠতা প্ৰবঞ্চনাৰ সহায় লৈ তহঁতৰ যি দেশ সাৰুৱা আৰু শস্যপূৰ্ণ কৰোঁ বুলিছিলি—সেই দেশতো কেতিয়াও সাৰুৱা নহয়েই, চন্দ্ৰ-দিবাকৰ জগতত থাকে মানে তহঁতৰ দেশত আৰু মেঘ-বৰষুণ নহওক! মৰুময় বহ্লীক চিৰ মৰুময় হৈয়েই থাকক!

( মিহিৰ আৰু চালুকীক লৈ ৰক্ষীবিলাকৰ প্ৰস্থান। )

জীমূত

কৃপাময় প্ৰভু! ইমান গুৰুতৰ পাপৰ শাস্তি ইমান লঘু হোৱাটো দয়াৰ সাগৰ সম্ৰাটৰ মহিমা।

ৰত্নাকৰ

জীমূত! বলা, এতিয়া পূৰা উদ্যমেৰে বিবাহ উৎসৱৰ আয়োজন কৰোঁগৈহক। সভাসদসকল, আজিলৈ সভা ভঙ্গ হ'ল।

সকলোৱে

জয়, কৃপাময় সম্ৰাট ৰত্নাকৰৰ জয়॥

পট পৰিবৰ্ত্তন

# উত্তৰমেঘ—শেষ লহৰী

## পুনৰায় শস্যে ফলে-ফুলে নদন বদন হোৱা জয়ন্তাপুৰীৰ ৰাজসভা

[ সিংহাসনত জয়ন্তকুমাৰ আৰু মেঘাৱলী উপবিষ্ট—দুয়োফালে আন দুখন আসনত সুন্দৰ কটকী আৰু জীমূতবাহন, সভাসদ সকল, জয়ন্তীয়া কিন্নৰীসকল আৰু মেঘকন্যাসকল । ]

**কিন্নৰীসকলৰ গীত**

(১০) ব্যাহ সিন্ধুড়া-খৰমান

আকুল মেঘে ঢালে সুজল ধাৰা ঐ
সুজল ধাৰা ।
সুজল ধাৰাৰে বয় নদী-নিজৰা ঐ
নদী-নিজৰা ॥
নিজৰা আকুল বেগে কুলু গীতি গায়,
কুলু গীতে ফলে ফুলে ধৰণী শুৱায় ;
ধৰণী বিহগ মাতে আজি মুখৰা ঐ
সুজল ধাৰা ॥

**জয়ন্ত**

দেৱী মেঘাৱলী আৰু মেঘকন্যাসকল জয়ন্তাপুৰীত পদাৰ্পণ কৰা মাত্ৰেই আমাৰ এই খৰাং শুকান হৈ যোৱা দেশ ততালিকে নন্দন-

কাননৰ নিচিনা হৈ উঠিল। নৈ-নিজৰা, সৰোবৰ-পুখুৰী পানীৰে উপচি পৰিল ; শুকাই চিৰাল-ফাট মেলি থকা পথাৰবোৰ সেউজীয়া শস্যেৰে চকুৰোৱা হ'ল ; শুকান বন-উপবন পাত-ফুল-ফলেৰে ৰমকজমক হৈ উঠিল। ( কপাললৈ যোৰ হাত তুলি ) সকলো বাবা ব্ৰহ্মপুত্ৰৰ আশীৰ্ব্বাদ, সম্ৰাট ৰত্নাকৰ দেৱতাৰ কৃপা, আৰু দেৱী মেঘাৱলী আৰু তেওঁৰ সখী মেঘকন্যাসকলৰ অনুগ্ৰহ। এই দেৱ-আশীৰ্ব্বাদৰ আৰু দেৱীসকলৰ অনুগ্ৰহৰ বাবে মোৰ আৰু সদৌ জয়ন্তাবাসীৰ কৃতজ্ঞতাৰ চিন স্বৰূপে মোৰ এই ৰাজসিংহাসনৰ পৰা এটি ঘোষণা সাজু কৰিছোঁ। মোৰ প্ৰধান অমাত্য আৰু ৰাজকটকী সুন্দৰে এই ঘোষণা প্ৰচাৰ কৰক। ( সুন্দৰৰ হাতত ঘোষণা পত্ৰ দিয়ে। )

**সুন্দৰ**

( আঠু কাঢ়ি ঘোষণাপত্ৰ লয় আৰু ওলগনি দি থিয় হৈ ঘোষণা পাঠ কৰে )

"সদৌ জয়ন্তাবাসী প্ৰজাসকল, সামন্তনৃপতিসকল, ৰাজ-বিষয়া, ডাঙৰীয়া, পাইক, বনুৱা, কাঁড়ী, ধৰ্ম্মাধিকাৰসকল ! সাৱধানে শুনিবা :—জলনিধি সম্ৰাট ৰত্নাকৰ দেৱতাৰ কন্যা মেঘাৱলী দেৱী জয়ন্তাপুৰ পাওঁতেই, এই মুমূৰ্ষু দেশ ভূস্বৰ্গ হৈ উঠিল। সেইবাবে আজিৰ পৰা মেঘাৱলী দেৱী সদৌ জয়ন্তা দেশৰ সৰ্ব্বময়ী কৰ্ত্ৰী হল। তেওঁৰ আজ্ঞাবহ স্বৰূপেহে আমি এই দেশৰ ৰাজকাৰ্য্য পৰিচালনা কৰিম। "প্ৰিয়ন্তে দেৱতাস্তত্ৰ যত্ৰ নাৰ্য্যস্তু পূজ্যন্তে", এই মহাবাণী সাৰোগত কৰি মই ঘোষণা কৰিছোঁ, আজিৰে পৰা জয়ন্তাপুৰীৰ ৰাজপাটৰ অধিকাৰিণী কেৱল কন্যা হে হব ; আৰু আজিৰ এই শুভ মূহূৰ্ত্তৰ পৰা জয়ন্তাদেশত নাৰীৰ স্থান সদায় পুৰুষৰ আগত হ'ল।

সকলো জয়ন্তাবাসীৰ স্থাৱৰ-অস্থাৱৰ সম্পত্তিৰ মালিকো নাৰী হ'ল আৰু এইবিলাক সকলো সম্পত্তিৰ উত্তৰাধিকাৰ স্বত্বও একমাত্ৰ নাৰীৰ হে হব।”

( ঘোষণা পাঠ কৰি ঘোষণাপত্ৰখন ৰজাৰ হাতত দি ওলগনি দি সুন্দৰ বহে )

জয়ন্ত

( থিয় হৈ ) এই ঘোষণাপত্ৰ মই সজ্ঞানে, সুস্থ শৰীৰে, স্বইচ্ছাত আৰু সৰ্ব্বান্তঃকৰণেৰে স্বীকাৰ কৰিছো।

( উপস্থিতসকলৰ জয়ধ্বনি )

মেঘাৱলী

মন্ত্ৰীবৰ দেৱ জীমূতবাহন! এতিয়া সমুদ্ৰদেৱতা ৰত্নাকৰ সম্ৰাটৰ কি অনুজ্ঞা আনিছে আমাক শুনাওক। আমি নতশিৰে সেই অনুজ্ঞা পালন কৰিবলৈ সাজু হৈছোঁ।

জীমূত

জয়ন্তেশ্বৰ! মৰণশীল মানবৰ লগত দেৱতাৰ বিবাহ হলেও মিলন হব নোৱাৰে। দেৱী মেঘাৱলীৰ লগত আপোনাৰ এই বিবাহ জয়ন্তাৰাজ্যৰ কল্যাণৰ অৰ্থেহে সংঘটন হ'ল। ৰাজ্যৰ এই কল্যাণ চিৰস্থায়ীকৈ ৰাখিবলৈ আমাৰ জলনিধি সম্ৰাট ৰত্নাকৰ দেৱতাই চিৰকল্যাণময়ী মেঘাৱলী আইদেউৰ যৌতুকস্বৰূপে এই দেৱতিলক মোৰ হাতত দি পঠাইছে। এই দেৱতিলক লৈ আপুনি দেৱত্ব লাভ কৰক আৰু অমৰ হৈ দেৱী মেঘাৱলীৰে সৈতে চিৰকাল জয়ন্তাপুৰী পালি ইয়াৰ সমৃদ্ধি বঢ়াই থওক।

জয়ন্ত

ৰত্নাকৰ দেৱতাৰ অশেষ কৃপা। মন্ত্ৰীবৰ! মই এই দেৱপ্ৰসাদ লবলৈ নতজানু হৈছোঁ।

( জয়ন্তই সিংহাসনৰ পৰা নামি আঠু লয় ; জীমূতবাহনে জয়ন্তৰ কপালত তিলক পিন্ধায় ; সমবেতসকলৰ জয়ধ্বনি আৰু কিন্নৰীসকলৰ উৰুলি )

জীমূত

( জয়ন্ত পুনৰায় সিংহাসনত বহাৰ পিছত ) শুনা জয়ন্তাবাসীসকল! তোমালোকৰ অধিপতি জয়ন্তকুমাৰ আৰু দেৱী মেঘাৱলীয়ে জয়ন্তেশ্বৰ দেৱতা আৰু জয়ন্তেশ্বৰী দেৱী ৰূপে তোমালোকক চিৰকাল পালি থাকিব। চন্দ্ৰ-দিবাকৰ থাকে মানে জয়ন্তেশ্বৰ আৰু জয়ন্তেশ্বৰী জয়ন্তাপুৰীৰ অধিষ্ঠাতা দেৱ-দেৱী হৈ থাকিল। জলনিধি সম্ৰাটৰ আশীৰ্ব্বাদ—জয়ন্তাৰাজ্য আৰু কামৰূপ সাম্ৰাজ্য ধন-জন ঐশ্বৰ্য্য-বিভূতিৰে চিৰকাল ভৰপূৰ হৈ থাকক! কামৰূপ জয়ন্তাত চিৰসুখ চিৰশান্তি বিৰাজ কৰক!

সকলোৱে

জয় জলনিধি সম্ৰাট ৰত্নাকৰৰ জয়! জয়, বাবা ব্ৰহ্মপুত্ৰৰ জয়! জয় মেঘাৱলী জয়ন্তেশ্বৰী দেৱীৰ জয়! জয় জয়ন্তেশ্বৰৰ জয়! জয় মেঘকন্যা সকলৰ জয়!

জয়ন্ত

কিন্নৰীসকল! আজি এই মঙ্গলময় দিনত তোমালোকে আকৌ সুকণ্ঠ খুলি মাঙ্গলিক গীত ধৰাহক।

## কিন্নৰীসকলৰ গীত

( ১০নং গীতৰ শেহৰ কলি )

মুখৰে হাঁহি দেখি উলাহ লাগে,
উলাহে উতলা হিয়া মিলন মাগে,
মিলন ৰাগে আজি গগন ভৰা ঐ
সুজল ধাৰা ॥

( গীতৰ অন্তত উৰুলি, শঙ্খ, ঘণ্টা, ডবা, কাঁহ, ভোৰতাল বাজে )

আঁৰ কাপোৰ

—অন্ত—